# মহাপুৰুষ
# শঙ্কৰদেৱৰ বাণী

কালিৰাম মেধি সম্পাদিত



কালিৰাম মেধি ন্যাসৰ হৈ
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ : গুৱাহাটী : অসম

মহাপুৰুষ শঙ্কৰদেৱৰ বাণী, শ্ৰীশঙ্কৰদেৱৰ বাণীৰ সংগ্ৰহ, কালিৰাম মেধিদেৱৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত ।

প্ৰকাশক :
কালিৰাম মেধি ন্যাসৰ হৈ
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ, গুৱাহাটী-৭৮১০০১
অসম

লয়াৰ্ছ প্ৰথম প্ৰকাশ : ১৯৯৭

মূল্য : ৫০·০০ টকা মাত্ৰ

মুদ্ৰক :
শ্ৰীমাণিকলাল ভট্টাচাৰ্য্য
গৌৰী প্ৰেছ
২/এ কেদাৰ দত্ত লেন,
কলিকতা-৭০০০০৬

# প্ৰকাশকৰ নিবেদন

আমাৰ অসমীয়া সাহিত্য আৰু ভাষাতত্ত্বত সুপণ্ডিত বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধ ৰায় বাহাদুৰ শ্ৰীযুত কালিৰাম মেধি এম, এ, ডাঙৰীয়াৰ সংগৃহীত মহাপুৰুষ শঙ্কৰদেৱৰ বাণী অসমীয়া বৈষ্ণৱ সাহিত্যৰ এটি ডাঙৰ সম্পদ। মেধি ডাঙৰীয়াৰ এইটো আশাশুধীয়া যত্নৰ কীৰ্ত্তিস্তম্ভ

বহুদিন আগতেই দুজনা মহাপুৰুষৰ অমূল্য গ্ৰন্থৰাজিৰ সাৰ সংগ্ৰহ দেশ-বিদেশত প্ৰচাৰিত হৈ উঠা উচিত আছিল; যাহোক আজীৱন সাহিত্য-সেৱী মেধি ডাঙৰীয়াৰ যত্নত এজনাৰ অমূল্যবাণী বা মহাপুৰুষীয়া ধৰ্ম্মৰ তত্ত্বকথা সংগৃহীত হোৱাত দেশৰ এটা ডাঙৰ অভাৱ পূৰ্ণ হ'ল। এইবাবে তেখেত গোটেই জাতিৰেই প্ৰশংসা-ভাজন হৈ উঠিছে।

এতিয়া আমাৰ দেশৰ কোনো দেশহিতৈষী সুযোগ্য লোকে ইয়াক হিন্দী আৰু ইংৰাজীত অনুবাদ কৰি অসমীয়া সাহিত্যৰ অমৃত গোটেই পৃথিৱীতে প্ৰচাৰ হোৱাৰ সহজতে ব্যৱস্থা কৰিব পাৰে।

মেধি ডাঙৰীয়াই এই সংগ্ৰহটোৰ শেষত "টোকা" আৰু "পৰিশিষ্ট" নামে যি দুটা অধ্যায় যোগ কৰিছে, তাত মহাপুৰুষীয়া ধৰ্ম্মৰ আঁতি-গুৰি ভালদৰে ফঁহিয়াই দেখুৱা হৈছে; আৰু ইয়াতেই তেখেতৰ পাণ্ডিত্য ভালদৰে ফুটি উঠিছে। আশা কৰোঁ প্ৰত্যেক সুধী ব্যক্তিয়ে এই সংগ্ৰহটো পঢ়ি আমাক আনন্দ দিব।

"মহাপুৰুষ শঙ্কৰদেৱৰ বাণী" সংগৃহীত হবৰ আজি কেইবা বছৰো হ'ল। আমি তেখেতৰ হাতত এই সংগ্ৰহটো দেখি প্ৰচাৰ কৰিবলৈ হাতত লওঁ; কিন্তু আজি প্ৰায় এবছৰৰ মূৰতহে ৰাইজৰ আগত দাঙি ধৰিবলৈ সমৰ্থ হলোঁ। বিলম্ব হোৱা বাবে সকলোৰে ওচৰত ক্ষমা খুজিলোঁ।

বিনীত—

নলবাড়ী, কামৰূপ
৫ জেঠ, ৫০০ শঙ্কৰাব্দ।

হৰিনাৰায়ণ দত্ত বৰুৱা।

## দ্বিতীয় প্ৰকাশৰ নিবেদন

সুপণ্ডিত কালিৰাম মেধি ডাঙৰীয়াই আশাশুধীয়া প্ৰচেষ্টাৰে সংগৃহীত কৰা 'মহাপুৰুষ শঙ্কৰদেৱৰ বাণী' বৈষ্ণৱ সাহিত্যৰ মহামূল্যাবান মণি-মুকুতা। মহাপুৰুষীয়া ধৰ্মৰ তত্ত্ব সম্বলিত এই মূল্য বান গ্ৰন্থখানি প্ৰায় ৫০ বছৰৰ আগতে, ৫০০ শঙ্কৰাব্দত প্ৰকাশ পাইছিল। মহাপুৰুষজনাৰ অমৃতোপম বাণীসমূহৰ প্ৰসাৰ আৰু প্ৰচাৰৰ স্বাৰ্থত এই গ্ৰন্থখনি পুনৰ প্ৰকাশ কৰি সহৃদয় পাঠকৰ হাতত তুলি দিয়াৰ বিনম্ৰ প্ৰয়াস কৰা হ'ল। পাঠক সমাজে আদৰি ললে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি বিবেচনা কৰিম।

বিনীত<br>
খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা<br>
গুৱাহাটী<br>
৫৪৯ শঙ্কৰাব্দ

# শ্রীশঙ্কৰদেৱ

শ্ৰীশঙ্কৰদেৱ ১৪৭৯ খৃষ্টাব্দত নগাৱঁৰ আলিপুখুৰীত * জন্মগ্ৰহণ কৰে †। তেওঁৰ শৈশৱ অৱস্থাতে পিতৃ কুসুম্বৰ শিৰোমণি ভূঞা আৰু মাতৃ সত্যসন্ধ্যা ইহলোক পৰিত্যাগ কৰে। পিতামহী খেৰসুতী আয়ে তেওঁক প্ৰতিপাল কৰে। ১৩ বছৰ বয়সত বিদ্যা-শিক্ষাৰ বাবে তেওঁ মহেন্দ্ৰ কন্দলিৰ ছাত্ৰশালত সোমায় আৰু শিক্ষা শেষ কৰি ১৭ বছৰ বয়সত ঘৰলৈ ফিৰি আহে। ঘৰত তেওঁ যোগ-অভ্যাসত লাগে। ২১ বছৰ বয়সত তেওঁ সূৰ্য্যৱতী নামে কায়স্থ কন্যা এটি বিবাহ কৰায়। বিয়াৰ ৩ বছৰ পিচত এইজনা ভাৰ্য্যাৰ গৰ্ভত তেওঁৰ মনু নামে এটি কন্যা জন্মে। ইয়াৰ ৯ মাহ পিছতে সূৰ্য্যৱতীৰ পৰলোক প্ৰাপ্তি হয়। শঙ্কৰদেৱে মনুক ৭ বছৰ বয়সতে হৰি নামে উত্তম কায়স্থৰ ল'ৰা এজনলৈ বিবাহ দি ১২ জন ভক্তেৰে সৈতে তীৰ্থ লৈ যায়। ভাৰতবৰ্ষৰ প্ৰধান তীৰ্থ সকলোবোৰ দৰ্শন কৰি ১২ বছৰৰ মূৰত আলিপুখুৰীৰ নিজ ঘৰলৈ উলটি আহে। তাতে জ্ঞাতিসকলৰ অনুৰোধত ৫৪ বছৰ বয়সত আকৌ কালিন্দী নামে কন্যা এটি বিয়া কৰায়। ইয়াৰ ৫ বছৰ পিচত শ্ৰীশঙ্কৰদেৱে আন কিছুমান ভূঞাৰ লগত আলিপুখুৰীৰ পৰা উঠি আহি টেম্বুৱনি বৰদোৱাত ( কুসুম্বৰৰ সৰিয়হ তলীত ) বসতি কৰে আৰু তাতে এটি হৰিগৃহ স্থাপিত কৰে। তাত ৮ বছৰ থকাৰ পিচত ওচৰৰ কছাৰী সকলৰ লগত ভূঞাসকলৰ বিৰোধ হয় আৰু শ্ৰীশঙ্কৰদেৱ আন ভূঞা-সকলেৰে সৈতে ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ উত্তৰ পাৰে বৌতাত গৈ ছমাহমান

---

* আলিপুখুৰী বৰ্ত্তমান মেধাবাৰী ৰেল ষ্টেচনৰ এমাইলমান দক্ষিণে; তেতিয়া ব্ৰহ্মপুত্ৰৰ দাঁতিত আছিল, বৰদোৱা তাৰ প্ৰায় ৮ মাইল উত্তৰ পূবে।

† জন্ম-শক লৈ আজি কালি মতভেদ হলেও চৰিতবোৰত এই তাৰিখ পোৱা যায়।

বাস কৰে। তেতিয়া তেওঁৰ বয়স ৬৭ বছৰ ; থকাত অসুবিধা পাই বৌতাৰ পৰা উজাই গৈ তেওঁলোক গাঙ্গমৌত ৫ বছৰ বাস কৰে। তাত ভফলাৰ উপদ্ৰৱ হোৱাৰ কাৰণে তেওঁলোক গাঙ্গমৌ এৰি চাঙ্গনি কোমোৰাকটালৈ যায়। এই ঠাই পানীত তল যায় বুলি ৪ মাহৰ পিচত শঙ্কৰদেৱ আৰু ভুঞাসকলৰ লগত ব্ৰহ্মপুত্ৰ পাৰ হৈ গৈ মাজুলীৰ ধোৱাঁহাটা বেলগুৰিত ঘৰ-বাৰী কৰি বাস কৰে। এই ঠাইতে একনিষ্ঠ শক্তি উপাসক শ্ৰীমাধৱদেৱৰ লগত শ্ৰীশঙ্কৰদেৱৰ প্ৰথম সাক্ষাৎ হয় আৰু বাদত পৰাস্ত হৈ মাধৱদেৱে শঙ্কৰদেৱৰ নতুন ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰে। সেই দিন ধৰি এই ঠাই ধৰ্ম্মালোচনাৰ প্ৰধান কেন্দ্ৰ হয় আৰু এই ধৰ্ম্ম প্ৰচাৰৰ আন্দোলন বৰ প্ৰৱল বেগেৰে চলিবলৈ ধৰে। তাৰ ফল স্বৰূপে এই ভাগৱতা ধৰ্ম্ম গোটেই উজনি অঞ্চলত বিয়পি পৰে। এই ঠাইতে দুজনা গুৰু ১৪ বছৰ কাল বাস কৰে। তাৰ পিচত আন কিছুমান ভকত লগত লৈ তেওঁলোক নাৱেৰে ভটিয়াই গৈ কামৰূপ সোমায় আৰু কাপালাত নামে। অসম ৰজাৰ অসহানুভূতি, কোচ ৰজা নৰনাৰায়ণৰ পাণ্ডিত্য আৰু ধৰ্ম্মানুৰাগৰ বাতৰি আৰু কামৰূপ অঞ্চলত ধৰ্ম্ম-প্ৰচাৰৰ ইচ্ছাই এই স্থানান্তৰৰ কাৰণ বুলি চৰিতবপৰা জনা যায়। কাপালা ভোগৰ ঠাই, কিন্তু অস্বাস্থ্যকৰ। তাত কেবাজন ভকতৰ পৰলোক প্ৰাপ্তি হয় আৰু মাধৱদেৱৰ মাতৃ-বিয়োগ হয়। সেই কাৰণে তেওঁলোকে ৬ মাহৰ পাচতে সেই ঠাই এৰে। শঙ্কৰদেৱে গৈ প্ৰথমে চুণ-পৰাত ৬ মাহ, তাৰ পিচত কুমাৰকুছিত এবছৰ থাকি, তাত অসুবিধা পাই, শেষত পাটবাউসিলৈ গৈ তাতে স্থায়ীভাৱে বাস কৰে। এই ঠাইৰ পৰাই বহুত শিষ্য-ভকত লগত লৈ তেওঁ প্ৰায় ৯: বছৰ বয়সত দ্বিতীয় বাৰ তীৰ্থ লৈ যায় আৰু ছমাহৰ মূৰত উলটি আহে। এই পাটবাউসিতে শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্ম্ম-প্ৰচাৰ আৰু শাস্ত্ৰ-প্ৰণয়নে ধৰ্ম্ম-সমাজত এক তুমুল আন্দোলনৰ সৃষ্টি কৰে আৰু তেওঁৰ এক শৰণ ধৰ্ম্ম নামনি অসমৰ চুকে কোণে প্ৰচাৰিত আৰু বিস্তৃত হয়। ব্ৰাহ্মণ সমাজৰ কেইজনমানে তেওঁলোকৰ প্ৰভুত্ব খৰ্ব্ব আৰু মানৰ লাঘৱ হোৱা যেন দেখি কোচ-

বিহাৰত ৰজা নৰনাৰায়ণৰ আগত অভিযোগ জনালে যে শ্ৰীশঙ্কৰদেৱে তেওঁৰ ৰাজ্যৰ ভিতৰত এটা গণতান্ত্ৰিক ধৰ্ম্মপ্ৰচাৰ কৰিব লাগিছে আৰু তেওঁ শাস্ত্ৰ আৰু জাতি ভেদ নামানে। শুনি ৰজা খঙতে জ্বলি উঠিল আৰু শ্ৰীমন্ত শঙ্কৰদেৱক ধৰি নিবলৈ গৰমালি পঠালে। গৰমালি পাট-বাউসিলৈ আহি গুৰুজনক বিচাৰি নাপাই তেওঁৰ পৰিবৰ্ত্তে তেওঁৰ দুজন প্ৰধান শিষ্যক (ঠাকুৰ আতা আৰু গোকুল চান্দক) ধৰি নি ৰজাৰ আগত ভেটালে। ৰাজ-আদেশ মতে ভকত দুজনক নানা নিৰ্য্যাতন আৰু শাস্তি দিয়াৰ পিচত ভূটীয়াৰ ঠাইত বিক্ৰী কৰি দিয়া হ'ল। কিন্তু তিনি দিন পিচত এই ক্ৰীতদাস দুজনক "দেৱ-মানুষ" বুলি ভূটীয়াই ঘূৰাই দিলে। তেতিয়া তেওঁলোক মুক্ত হল। ইয়াৰ কিছুদিন পিচত ব্ৰাহ্মণৰ কেজনমানে ৰজাৰ আগত আকৌ গোচৰ দিলে। এইবাৰো ৰজাই শ্ৰীশঙ্কৰদেৱক ধৰি নিবলৈ মানুহ পঠালে। কিন্তু কমলাপ্ৰিয়াৰ অনুৰোধ মতে ছোট দেৱানে (চিলাৰায়ে) আগেয়ে মানুহ পঠাই মহাপুৰুষক পাটবাউসিৰপৰা নিয়াই নিজ ঘৰত আশ্ৰয় দিলে। ৰজাৰ গৰমালিয়ে শ্ৰীশঙ্কৰদেৱক নাপালে। তাৰ পিচত ছোট দেৱানৰ ঘৰৰপৰা তেওঁ ৰাজসভালৈ গৈ এটি ভট্টিমা মাতি ৰাজ-দৰ্শন কৰিলে। ৰজা নৰনাৰায়ণে শ্ৰীশঙ্কৰদেৱৰ "বয়ন চান্দকোহো জ্যোতি," "গহন গম্ভীৰ ধীৰ মতি" আৰু ভট্টিমাত পাণ্ডিত্যৰ পৰিচয় পাই ইমান মোহিত হল যে তেওঁ ততালিকে মহাপুৰুষক যথাযোগ্য সম্মান দেখুৱাবলৈ আদেশ কৰিলে। ব্ৰাহ্মণ সকলৰ অভিযোগ অমূলক আৰু বিদ্ৰূপৰ বিষয় বুলি প্ৰমাণিত হল আৰু শ্ৰীমন্ত শঙ্কৰদেৱ সেই দিনা গৌৰৱেৰে সৈতে ৰাজসভাৰপৰা প্ৰস্থান কৰিলে। সেই দিন ধৰি গুৰুজন ৰজাৰ শ্ৰদ্ধা আৰু আদৰৰ পাত্ৰ হল আৰু ৰজাৰ অনুগ্ৰহ লাভ কৰিব ধৰিলে। তাতে তেওঁ মধুপুৰ নামে এখন সত্ৰ স্থাপন কৰিলে আৰু একশৰণ (নাম ধৰ্ম্ম) ধৰ্ম্ম বিলাবলৈ আৰম্ভ কৰিলে। প্ৰথম বাৰ তাত ছমাহ থাকি পাটবাউসিলৈ উলটি আহে। পাছে ৰাজাদেশ মতে বছৰি এবাৰকৈ কোচবিহাৰলৈ যোৱা

তেওঁৰ কাম হল। শেষ বাৰে মধুপুৰ সত্ৰতে ১৫৬৮ খৃষ্টাব্দত মহাপুৰুষ শঙ্কৰদেৱে নৰদেহা এৰি পৰম্পদ বৈকুণ্ঠ-প্ৰয়াণ কৰে।

**সমাজ সংস্কাৰ :** গণতান্ত্ৰিক অনুষ্ঠান প্ৰৱৰ্ত্তন ( সত্ৰ, হাটী আদি স্থাপন ), অস্পৃশ্যতা বৰ্জ্জন, মাদকতা নিবাৰণ, অহিংসা শিক্ষা, ভূত-দয়া, পশুহিংসা নিষেধ, কৰ্ম্ম-কাণ্ড ত্যাগ, উচ্চ গীত-বাদ্যৰ প্ৰচলন, সৰ্ব্ব-সাধাৰণৰ উপযোগী নাটৰ প্ৰৱৰ্ত্তন, চিত্ৰাঙ্কনৰ উৎকৰ্ষতা সাধন, পাৰক্ষাৰ পৰিচ্ছন্নতা প্ৰচলন, আদি শিক্ষা আদি উল্লেখযোগ্য। ডাঙৰ ডাঙৰ সত্ৰবোৰ কেন্দ্ৰীয় সত্ৰ। প্ৰতি কেন্দ্ৰীয় সত্ৰৰ তলত বহুত সৰু সৰু সত্ৰ আছে। ইবিলাকে গণতান্ত্ৰিক অনুষ্ঠান। সকলোৰে নিজ নিজ পুঁজি আছে। আৰু তাৰপৰাই গুৰু-কৰ, তেল-বত্তি আদিৰ খৰচ যোগোৱা হয়। সকলো সময়ত সত্ৰ আৰু হাটীত প্ৰতি গৃহস্থৰ আৰু বিধৱা তিৰোতাৰ সমান ভোটাধিকাৰ আছে। এই সত্ৰ আৰু হাটীবিলাক কেৱল উপাসনাৰ অনুষ্ঠানেই নহয়; ইবিলাকত ভিলেজ কোৰ্ট আৰু ভিলেজ আৰ্বিট্ৰেছন বোৰ্ড ( বা গাৱঁলীয়া পঞ্চায়ত ) আৰু লোকেল বোৰ্ডবো কাম চলে। সকলো ৰকমৰ সৰু সৰু মামলা ইবিলাকত বিচাৰ আৰু নিষ্পত্তি হয়। আলি-পতুলি আদিবো ব্যৱস্থা ইবিলাকে কৰে। বহুত সত্ৰত পুথি পঢ়িব পৰাকৈ বিদ্যা-শিক্ষাৰ বন্দোবস্ত কৰা হয়।

**ধৰ্ম্ম-সংস্কাৰ :** শ্ৰীশঙ্কৰদেৱৰ জন্মৰ সময়ত অসমত তান্ত্ৰিক ধৰ্ম্মৰ প্ৰচলন আছিল। ভূঞাসকলো শক্তিৰ উপাসক আছিল। পাঠ্যাৱস্থাৰ পৰাই শ্ৰীমন্ত শঙ্কৰদেৱক দেৱ-দেৱীৰ উপাসনা আৰু জাতি ভেদৰ বিৰোধী দেখা গৈছিল। ছাত্ৰশালৰপৰা ওলায়ে তেওঁ মাৰ্কেণ্ডেয়-পুৰাণৰ পদ কৰি হৰিশ্চন্দ্ৰ উপাখ্যান নামে এখন কাব্য ৰচনা কৰে। তাতেই তেওঁৰ ধৰ্ম্মমতৰ ( যেনে, বিষ্ণু-বৈষ্ণৱৰ প্ৰশংসা, দেৱ-দেৱীৰ পূজা নিষেধ আদিৰ ) উমান পোৱা যায়। দেৱ-দেৱীৰ নামত পশু-হিংসা আৰু ধৰ্ম্ম-বিষয়ে জন-সাধাৰণৰ অজ্ঞতা আৰু দাসত্ব দেখি তেওঁ মৰ্ম্মান্তিক বেদনা অনুভৱ কৰিছিল। ছাত্ৰাৱস্থাতে তেওঁ ওঝা ছাত্ৰ হোৱাত জাতি-ভেদৰ অত্যাচাৰৰ উমান পাইছিল। তেতিয়াৰ পৰাই তেওঁ জন-

সাধাৰণক এই দাসত্ব শৃঙ্খলৰপৰা মুক্ত কৰিবলৈ আৰু এটা অহিংস আৰু সাৰ্ব্বজনিক ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ দৃঢ়সংকল্প হয়। তেওঁ শাস্ত্ৰ মথি, ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান ধৰ্ম্মৰ কেন্দ্ৰলৈ গৈ ভিন ভিন ঠাইৰ ধৰ্ম্ম আৰু সমাজ দেখি, নানা ঠাইৰ পণ্ডিত আৰু সাধুৰ লগত আলাপ কৰি আৰু মহাভাগৱত আৰু গীতাৰ সাৰ সংগ্ৰহ কৰি তেওঁৰ অহিংস আৰু সাৰ্ব্বজনিক ভাগৱত ধৰ্ম্ম ( বা একশৰণ বা নামধৰ্ম্ম ) উলিয়ায় আৰু তাৰ প্ৰচাৰকাৰ্য্যত লাগি যায়। এই ধৰ্ম্ম নতুন নহয়, পুৰণি বেদান্ত উপনিষদ আদি শাস্ত্ৰৰ ধৰ্ম্ম। চৰিত্ৰৰপৰা জনা যায় যে তেওঁ ১৯ বছৰ বয়সতে চিহ্ন-যাত্ৰা ৰচি আৰু তাৰ অভিনয় দেখুৱাই একে ৰাতিতে "উদ্ধৱ সংবাদ" নামে পুথি লেখি বহুত ব্ৰাহ্মণ আৰু শূদ্ৰক এই ধৰ্ম্মত শৰণ লোৱাইছিল। এইদৰে ধৰ্ম্মৰ দুৱাৰ জন-সাধাৰণৰ বাবে খোলা হয় আৰু হৰিনাম ৰসৰ "প্ৰথম অমৃত নদী" ব্ৰহ্মাণ্ডক ভেদি বলৈ আৰম্ভ হয়। মহাপুৰুষ শঙ্কৰদেৱৰ গুৰু আছিল গোটেই জগৎখন ( "আমি জগতৰ শিষ্য" ) কোনো বিশেষ লোক নহয়।

এই একশৰণ বা নাম-ধৰ্ম্ম ভক্তিমূলক। এক কৃষ্ণ দেৱেই উপাস্য। কৃষ্ণই পৰমব্ৰহ্ম ( "কৃষ্ণস্তু ভগবান্ স্বয়ং" ), এইমতে ভগৱন্ত "ব্ৰহ্মৰূপী সনাতন," আনন্দময় আৰু জ্ঞানময়। এই ধৰ্ম্মৰ মূলত একেশ্বৰ বাদ আৰু অদ্বৈতজ্ঞান। বল্লভাচাৰ্য্য, নিম্বাৰ্কাচাৰ্য্য, শ্ৰীচৈতন্য মহাপ্ৰভু আদি ধৰ্ম্ম-গুৰুসকলৰ দৰে শ্ৰীশঙ্কৰদেৱে দ্বৈতবাদ স্বীকাৰ নকৰে। তেওঁৰ মতে ভগৱন্ত পুৰুষ আৰু প্ৰকৃতিতো পৰ। তেওঁৰ ভক্তি-যোগত শ্ৰৱণ-কীৰ্ত্তন ভক্তিয়ে প্ৰধান। এই ভক্তিৰ আদৰ্শ "দাস্যভাৱ"। শ্ৰীশঙ্কৰদেৱ "কৃষ্ণৰ কিঙ্কৰ"। তেওঁৰ আদৰ্শ উদ্ধৱ। তাত ৰাধাৰ স্থান নাই। গীতা-ভাগৱতৰ নিচিনা কৈ শ্ৰীশঙ্কৰদেৱৰ মূল শাস্ত্ৰত ৰাধাৰ নাম নাই। তেওঁৰ ধৰ্ম্মত দীক্ষা নাই ; তাত আছে। শৰণত চাৰি নাম আৰু চাৰি বস্তু। নাম, দেৱ, গুৰু আৰু ভকত এই চাৰিটা বস্তু। এই চাৰি বস্তু বৌদ্ধ ধৰ্ম্মৰ ত্ৰিৰত্ন ( বুদ্ধ, ধৰ্ম্ম আৰু সঙ্ঘৰ ) অনুকৰণ বুলি ভাবিব

নালাগে। মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত এই ধৰ্ম্মৰ নাম একশৰণ ধৰ্ম্ম বা নাম ধৰ্ম্ম। কৃষ্ণৰ দৰে ৰাম, হৰি আদিও উপাস্য।

**শাস্ত্ৰ-প্ৰণয়ন** :—ধৰ্ম্ম শিক্ষা আৰু প্ৰচাৰৰ বাবে শ্ৰীশঙ্কৰদেৱে বহুত পুথি প্ৰণয়ন কৰে। পাঠ্যাৱস্থাৰ আদিতে অতি ওখভাবৰ উৎকৃষ্ট কবিতা লেখে। ছাত্ৰশালৰ পৰা ওলোৱাৰ পিচত তেওঁ মাৰ্কণ্ডেয় পুৰাণ, ভাগৱত পুৰাণ, ব্ৰহ্মপুৰাণ, ৰামায়ণ আদি সংস্কৃত গ্ৰন্থৰ অসমীয়াত পদ কৰি শাস্ত্ৰ ৰচে। পদ কৰোঁতে সদাই মূল সংস্কৃতৰ অবিকল ভাঙ্গনি কৰা দেখা নাযায়। ঠায়ে ঠায়ে বামণ পুৰাণ, মহাভাগৱত আদি শাস্ত্ৰৰ কথাও মিশ্ৰিত কৰা জনা যায়। শ্ৰীশঙ্কৰদেৱৰ ৰচিত সকলো পুথিৰ নাম এতিয়ালৈ জানিব পৰা নাই; পুথিৰ ৰচনাকাল জনাটো দূৰৈৰ কথা। তেওঁৰ কীৰ্ত্তন আৰু দশম আৰু মাধৱদেৱ পুৰুষৰ ৰচিত নামঘোষা আৰু ৰত্নাৱলী এই চাৰিখন তেওঁৰ ধৰ্ম্মৰ প্ৰধান শাস্ত্ৰ। কাব্যৰ বাহিৰে তেওঁ বৰগীত, কীৰ্ত্তন, অঙ্ক, ভটিমা, টোটয় আদিও ৰচনা কৰে। এতিয়ালৈ জনা পুথিৰ নাম তলত দিলোঁ।

**পুৰাণ কামৰূপীয় ভাষাত** :—মহাভাগৱত পুৰাণৰ প্ৰথম, দ্বিতীয়, তৃতীয় ( অনাদি পাতন ), ষষ্ঠ, অষ্টম (অমৃত মথন ), দশম, উদ্ধৱ সংবাদ, একাদশ, নিমিনৱসিদ্ধ, দ্বাদশ স্কন্ধ, গুণমালা আৰু কুৰুক্ষেত্ৰ।

ভাগৱত, পদ্মপুৰাণ আদিৰ কীৰ্ত্তন।

ৰামায়ণৰ উত্তৰাকাণ্ড।

মাৰ্কণ্ডেয় পুৰাণৰ—হৰিশ্চন্দ্ৰ উপাখ্যান।

হৰিবংশৰ—ৰুক্মিণী-হৰণ কাব্য।

গৰুড় পুৰাণৰ—ভক্তি প্ৰদীপ।

**দ্ৰষ্টব্য :**—কোনো কোনোৱে তলত লিখা পুথি কেখনো শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচিত বুলি কয়; কিন্তু সিবিলাক শ্ৰীশঙ্কৰদেৱ ৰচিত পুথি নহয়।

(ক) অনন্ত পুৰাণ।
(খ) গৰুড় পুৰাণ। — এই কেখনত শঙ্কৰদেৱৰ ভণিতা আছে।
(গ) ৰাম মালিকা।

(ঘ) জন্ম নির্ণয়। — এই দুখনত শঙ্কৰদেৱৰ ভণিতা নাই।
(ঙ) গুপ্তমণি। — গুপ্তমণিৰ ভণিতাত "সনাতন"ৰ নাম আছে।

আমি এই পাঁচখন পুথি দেখিছোঁ।

(২) তলত নাম দিয়া পুথি কেখনো শ্ৰীশঙ্কৰদেৱ ৰচিত বুলি কয়। আমি এই কেখন পুথি দেখা নাই।

(১) উৎকল মালা, (২) প্ৰেম কলহ কীৰ্ত্তন, (৩) বৈষ্ণৱ অমৃত, (৪) ব্ৰহ্মগীতা, (৫) পঞ্চতন্ত্ৰ শাস্ত্ৰ আৰু (৬) ব্ৰজ-সূচী।

**ব্ৰজাৱলীত :**—(১) **অঙ্ক :** (ক) কালি-দমন, (খ) পত্নী প্ৰসাদ, (গ) কেলি গোপাল, (ঘ ৰুক্মিণী হৰণ, (ঙ) পাৰিজাত হৰণ আৰু (চ) ৰাম বিজয়।

(২) **বৰগীত :**—মুঠতে ৩৪টি পোৱা গৈছে।

(৩) **ভটিমা :**—মুঠতে ২৩টি পোৱা গৈছে।

**সংস্কৃতত :**—নানা শাস্ত্ৰৰ সাৰ :—(১) ভক্তি ৰত্নাকৰ।
(২) টোটয়।

**শ্ৰীশঙ্কৰদেৱৰ বাণী :**—শ্ৰীশঙ্কৰদেৱ ৰচিত সকলো শাস্ত্ৰকে তেওঁৰ বাণী বুলিব পাৰি, কিয়নো সিসৱত দিয়া তত্ত্ব তেওঁ সাধাৰণৰ মাজত প্ৰচাৰ কৰিছিল। তেওঁৰ ঘোষা, গীত, ভটিমা, টোটয়, চপয় আৰু ফকৰাবোৰ তেওঁৰ নিজস্ব। ইবিলাক যে তেওঁৰ বাণী তাত সন্দেহ নাই। তেওঁৰ ৰচিত সকলো শাস্ত্ৰতে পৰমাৰ্থ আৰু দাৰ্শনিক তত্ত্ব,

বেদান্তৰ সাৰ, উপনিষদৰ উপদেশ আৰু ভাগৱত ধৰ্ম্মৰ মূল কথা প্ৰকাশ পাইছে। তাত বাজে বহুত সমাজ-নীতিৰ কথাও তাত পোৱা যায়। বাণীৰ কোনো কোনো কথা গীতা, মহাভাগৱত আদি হিন্দুৰ ধৰ্ম্ম-শাস্ত্ৰতো পোৱা যায়। কিন্তু মহাপুৰুষে সিবিলাক মানি লৈ তেওঁৰ শিক্ষাৰ অন্তৰ্ভুক্ত কৰিছে। কীৰ্ত্তন আৰু ভক্তি-ৰত্নাকৰ এনেকুৱা শাস্ত্ৰ। মহাপুৰুষে উভয় পুথিকে জন-সাধাৰণৰ শিক্ষাৰ বাবে ৰচনা কৰিছিল। এতেকে এনে শাস্ত্ৰৰ কথাও বাণীত সন্নিবিষ্ট কৰা হৈছে। ইয়াত কিবা দোষ হলে সাধুসকলে ক্ষমা কৰিব বুলি আশা কৰিলোঁ। সকলো বাণী দিয়া সম্ভৱপৰ নহয়।

শ্ৰীকালি ৰাম মেধি।

৩০।১।৪৮



# বিষয়সূচী।

---

## দ্বিতীয় আধ্যা।

### ভক্তি-খণ্ড

## তৃতীয় আখ্যা।

### সমাজ খণ্ড।

বিষয় | পিঠি

# মহাপুৰুষ

# শঙ্কৰদেৱৰ বাণী

## প্ৰথম আধ্যা

### ঈশ্বৰ খণ্ড

#### ঈশ্বৰ নিৰ্ণয়

১। প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥ (কীৰ্ত্তন ১)

২। নাহি দেহেন্দ্ৰিয় সমস্ত কৰ্ত্তাৰ
শক্তিক ধৰা অকলে।
তুমিসি সৰ্ব্বজ্ঞ তুমি সৰ্ব্ব কৰ্ত্তা
তোমাক সেৱে সকলে॥ (কীৰ্ত্তন ১৬৬৫)

৩। পৰমাত্মা হৰি বিজ্ঞান মূৰুতি
নিৰাকাৰ নিৰাময়।
নিত্য নিৰঞ্জন আনন্দ স্বৰূপ
দেহ ইন্দ্ৰে নাহিকয়॥
তথাপি শুনয় বচন বোলয়
বস্তুক সবে ধৰয়।
গতিয়ো কৰয় বসিয়ো থাকয়
কাহাকো কৰন্ত হত।
জগতৰে কৰ্ত্তা পালয় সবাকো
সংহাৰে সব জগত॥

নিশ্চল নিৰ্ম্মল নাহিকয় সঙ্গ
একো শ্ৰেষ্ঠ নাহিকয়।
বস্তু পৰিগ্ৰহ নাহিকয় তান
কিছো কৰ্ম্ম নকৰয় ॥
স্ৰজিয়া জগত সদা থাকা তাতে
অতি উদাসীন ভাৱে।
নাহিকে আকুল সংসাৰৰ দোষে
তাহাক একো নপাৰে ॥ (ৰত্নাকৰ, ৭৬৪-৭৬৬)

৪। তুমি জগতৰ গতিমতি পিতামাতা ॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ ॥
তুমি পশু-পক্ষী সুৰাসুৰ তৰু-তৃণ।
অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন ॥
তোমাৰেসে মায়ায়ে মোহিত সৰ্ব্বক্ষণে।
তুমি আত্মা তোমাক নজানে একোজনে ॥
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত ॥
তুমিসে কেৱলে সত্য মিছা সৱে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান ॥
(কীৰ্ত্তন, ৫২০—৫২৩)

৫। যত জীৱ জঙ্গম কীট পতঙ্গম
অগ নগ জগ তেৰি কায়া।
সৱকছু মাৰি পূৰত ওহি উদৰ
নাহি কৰত ভূত-দায়া ॥
ঈশ স্বৰূপে হৰি সৱঘটে বৈঠহ
যৈছন গগনে বিয়াপি। (বৰগীত ৪)

৬। তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অনন্ত।
জগততো সদা তুমিয়ে প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত ॥ (কীৰ্ত্তন, ২৬৬৩)

৭। ইটো জগতৰ তুমি আদি মধ্য অন্ত।
তুমি বিনে আন একো বস্তু নাহিকন্ত ॥
যেন ঘট মাটি ব্যতিৰেকে আন নাই।
ঘট ভাঙ্গিলেও মাটী হোৱে সমুদাই ॥
ঘটৰ পূৰ্ব্বত মাটি থাকে নিৰন্তৰে।
সেহিমতে তুমি প্ৰভু ইটো জগতৰে ॥
আদি অন্ত মধ্য তুমি থাকা সৰ্ব্বদাই।
তুমি ব্যতিৰেকে আৰ সত্য আন নাই ॥
(ৰত্নাকৰ, ১৩০—১৩২)

৮। তুমিসে কেৱলে সত্য সৱে মায়াময়।
তুমি বিনে সত্য আন বস্তু নাহিকয় ॥
(ৰত্নাকৰ, ১১১)

৯। অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল
সন্ত হেন প্ৰকাশে সদায়।
কৰ্ম্ম-জড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায় ॥ (কীৰ্ত্তন, ১৬৭০)

১০। বুলিবা অসত্য যেবে হোৱয় জগত।
কিসক প্ৰকাশ তেৱে সত্য হেন মত ॥
ইহাৰ উত্তৰ শুনিয়োক কৃপাময়।
মায়াৰ গুণক তুমি কৰিছা আশ্ৰয় ॥

তুমিসে প্ৰমত্ত প্ৰভু ধৰা বহু ৰূপ।
তুমি বিনে বস্তু নাই কহিলো স্বৰূপ॥

(ৰত্নাকৰ, ১১২—১১৩)

১১। জানিলো সাক্ষাতে তুমি পুৰুষ পুৰাণ
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্ব্বজান॥
তুমিসে কেৱলে সঁচা সবে মায়াময়।
তোমাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয়॥

(দশম, ৮১)

১২। বোলন্ত তুমিসি মাত্ৰ সত্য আত্মা এক।
মুহিকয় সত্য আন বিকাৰি যতেক॥
জন্ম আদি তোমাৰ বিকাৰ নাহিকয়।
যিহেতু তুমিসি আদ্য কাৰণ নিশ্চয়॥
পুৰাণ পুৰুষ তুমি দেৱ সনাতন।
নাহি একো বিকাৰ তোমাত নাৰায়ণ॥
যিহেতু তুমিসি পূৰ্ণ সদা সুখময়।
অক্ষয় অচ্যুৎ তুমি যিহেতু নিশ্চয়॥
এতেকে তোমাৰ বৃদ্ধি পৰিমাণ নাই।
নাহি ক্ষয় বিনাশ তোমাৰ সৰ্ব্বদাই॥
তুমিসে অনন্ত আত নাহিকয় ভেদ।
দেশে কালে তোমাৰ নাহিকে পৰিচ্ছেদ॥
বস্তু পৰিচ্ছেদ প্ৰভু নকৰে তোমাক।
সিহেতু সদায় তুমি জানা নিষ্টে আক॥
এতেকেসে তুমি পূৰ্ণ আন নাহি কেৱ।
তুমিসি প্ৰকাশ প্ৰভু দেৱতাৰ দেৱ॥
উপাধি ৰহিত তুমি দেৱ নিৰঞ্জন।
এতেকে তুমিসি সত্য দেৱ নাৰায়ণ॥

গুৰু ৰূপ আদি তত্ত্বজ্ঞান-চক্ষু পাই
এবম্বিধ তুমি ঈশ্বৰক সৰ্ব্বদাই ॥
আপোনাৰ স্বৰূপ কৰিয়া দেখে যিটো ।
মিছা ভৱ-সাগৰক তৰে যেন সিটো ॥

( ৰত্নাকৰ ভাঃ. ১৩৪—১৩৯ )

১৩। হৰিসে আতমা হৰিসে বন্ধু ।
তৰি হৰি নামে সংসাৰ-সিন্ধু ॥ ( কীৰ্ত্তন-ঘোষা, ৮৬ )

১৪। তুমিসি কেৱল আত্মা প্ৰভু নাৰায়ণ ।
তোমাত কৰিলে পৰ-বুদ্ধি-জ্ঞান জন ॥
মিছা পৰ-দেহাদিক আত্মা কৰি মানে ।
হিয়াত হৰাইলা তুমি তাহাক নজানে ॥
বিচাৰিয়া ফুৰয় আত্মাক বাহিৰত ।
আশ্চৰ্য্য অজ্ঞান অতি দেখা কেনমত ॥

( ৰত্নাকৰ ভাঃ. ১৪১—১৪২ )

১৫*। জগতৰে আত্মা ঈশ্বৰদেৱ ।
তোমাৰ শত্ৰু মিত্ৰ নাহি কেৱ ॥
সমস্ত ভুততে আছা বিয়াপি ।
ভজন্তাক প্ৰভু ভজা তথাপি ॥ ( কীৰ্ত্তন, ১১৩৬ )

১৬। জগততে আছা তুমি অচিন্ত্য প্ৰভাৱ ।
জগতো তোমাতে আছে নজানি প্ৰভাৱ ॥
একে আত্মা ব্যাপিয়াছা সমস্ত জগতে ।
যেন এক হুতাশন সমস্ত কাষ্ঠতে ॥
আছা অন্তৰ্য্যামী হৃদয়তে গূঢ়ভাৱে ।
তথাপিতো অভকতে তোমাক নপাৱে ॥
যিহেতু হিয়াত আছা তুমি কৃপাময় ।
তাতেসে সমস্ত জড় জীৱ প্ৰৱৰ্ত্তয় ॥

যদ্যপি তোমাত কৰি জীৱ নোহে ভিন।
তথাপিতো ভৈল প্ৰভু তোমাৰ অধীন ॥
মায়া দ্বাৰে সৃজাহা যতেক গুণচয়।
সেই গুণ লৈয়া কৰা সৃষ্টি স্থিতি লয় ॥
ইচ্ছা মাত্ৰে হোৱে সিদ্ধি সৃষ্টি নিৰন্তৰ।
এতেকেসে বোলো প্ৰভু তুমিসি ঈশ্বৰ ॥

( দশম, ১৬৯৬—১৬৯৯ )

১৭। হৰিসে দেহৰ নিজ আত্মা প্ৰিয়তম।
আপুনি প্ৰকৃতি হৰি ঈশ্বৰ পৰম ॥
এতেকে পৰম ফল হৰিসে কেৱল।
হৰি ব্যতিৰেকে আন বিনাশী সকল ॥

( ৰত্নাকৰ ভাঃ, ৮৬ )

১৮। মই সত্য আত্মা-তত্ত্ব মিছা সবে আন।
বেদে ব্যক্ত কৰিয়া কহয় এহিমান ॥
নানান প্ৰকাৰ যেন দেখিয় বস্ত্ৰত।
সূতা মাত্ৰ সত্য আন মিছা সবে যত ॥
সেহিমতে চৈতন্য ঈশ্বৰ মোত পৰে।
দেখিবেক মিছা আন যত নিৰন্তৰে ॥

( ৰত্নাকৰ ভাঃ, ৯৯১—৯৯২ )

১৯। যেন জল বায়ু পৃথিবী আকাশ
ব্যাপি আছে চৰাচৰ।
সেই মতে মই মন বুদ্ধি প্ৰাণ
ব্যাপি আছো সমস্তৰ ॥
আপোনত মই আপোনাকে স্ৰজো
আপুনি পালো সকলে।
আপোনাকে পাছে আপুনি সংহাৰো
আপোন মায়াৰ বলে ॥

পৰম বিশুদ্ধ গুণহীন মই
জ্ঞানৰূপ আত্মা এক।
মোতে আছে ইটো জগৎ মই পুনু
জগতত ব্যতিৰেক ॥
জাগন স্বাপন নিৰ্ভৰ নিদ্ৰা
ই তিনি মনৰ বৃত্তি।
মনৰ নিৰোধে তিনিয়ো গুচয়
আত্মাত মিছা প্ৰতীতি ॥
যেনে স্বপনক পুৰুষে চিন্তয়
ঘুমটিৰ উঠি জাগি।
সেই মতে মনে অনুক্ষণে স্মৰে
মিছা বিষয়ক লাগি ॥

( দশম, ১৩৯২—২৩৯৪ )

২০। বুদ্ধি অহঙ্কাৰে আবৰিলে অতি
মহা মূঢ় ভৈলো স্বামী।
তোমাৰ অখণ্ড আনন্দ ৰূপক
কিমতে জানিবো আমি ॥ ( কীৰ্ত্তন, ১৬৬১ )

২১। ভূত প্ৰাণ ইন্দ্ৰিয়ৰ সবাৰো কাৰণ।
জগতকে স্ৰজা প্ৰভু তুমি নাৰায়ণ ॥
এতেকেসে জগততে ভিন্ন তুমি স্বামী।
এতেকেসে আন ৰূপ নেদেখোহোঁ আমি ॥
তুমিসি প্ৰকাশ কৰা কেৱলে সাক্ষাত।
কিঞ্চিতেকো ভেদ প্ৰভু নাহিকে ইহাত ॥
এতেকে তুমিসি মাত্ৰ আনন্দ পৰম।
ভজিবাক যোগ্য প্ৰভু তুমিসি উত্তম ॥
তুমিসি নিৰ্গুণ হৰি আনন্দ স্বৰূপ।
নেদেখোহো মই আত পৰে আনৰূপ ॥

( ৰত্নাকৰ ভাঃ, ১১৬—১১৮ )

২২। যত পঞ্চভূত দেৱ ইন্দ্রিয় প্রখ্যাত।
তোমাৰ মূৰ্ত্তিত হন্তে সব ভৈল জাত ॥
তথাপি তোমাৰ ৰূপ নজানয় কেৱ।
ইটো জড় জগত চৈতন্য তুমি দেৱ ॥
ব্ৰহ্মাকো কৰিলা বন্দী মায়াৰ গুণত।
নিৰ্গুণ গুণক আৱে জানিবে কিমত ॥
যত বস্তু একোৱে নজানে আপোনাক।
জীৱ জড়কেসে জানে নজানে আত্মাক।
তোমাকেসে বোলে জ্ঞানী ব্ৰহ্ম নিৰঙ্কুশ।
সাংখ্যমতে বোলে তুমি প্ৰকৃতি পুৰুষ ॥
ভকতৰ মতে তুমি পৰম ঈশ্বৰ।
মতি ভেদে তোমাকেসে পূজে নিৰন্তৰ ॥
ইন্দ্ৰ চন্দ্ৰ বায়ু বুলি পূজে যত দেৱ।
তাৰ অন্তৰ্য্যামী তুমি বিনে নাহি কেৱ ॥
সৰ্ব্ব দেৱময় তুমি বচন নলৰে।
যেন যত নদী মানে সাগৰত পৰে ॥

( দশম, ১৮৩১—১৮৩৪ )

২৩। জগতৰ আত্মা তুমি পৰম বান্ধৱ।
নাহি শত্ৰু মিত্ৰ একো তোমাৰ বান্ধৱ ॥
জগতকে সমভাৱে আছাহা বিয়াপি।
ভজন্তা জনক প্ৰভু ভজাহা তথাপি ॥

( দশম, ১৯০৫ )

২৪। জগতৰ পূৰ্ব্বে মই মাত্ৰ থাকো জান।
কাৰ্য্য কাৰণৰ কিছু নাছিলেক আন ॥
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেখা শুনা মানে সবে মই বিচাৰত ॥

মই মাত্র অৱশেষ থাকোহোঁ অন্তত ।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত ॥
অবস্তুক দেখাৱয় বস্তুক আৱৰি ।
এহিসে মোহোৰ মায়া জানা নিষ্ট কৰি ॥
নথাকিতো দেখি যেন চন্দ্রমা উদয় ।
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়া আৰ কৰি ঈশ্বৰক ।
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥
যেন মহা পঞ্চভূতে কৰিয়া নিবাস ।
স্থাৱৰ জঙ্গম সদা কৰয় প্রকাশ ॥
ময়ো সেহিমতে আছো জগতকে ব্যাপি ।
তাৰ দোষ-গুণে মোক নোছোৱে তথাপি ॥

( ভাগৱত ২য় স্কন্ধ, ৬৪৭—৬৫১ )

২৫ । জগত নিঃশেষ সবাত প্রবেশ
ভৈলা হৃষীকেশ নজানি উদ্দেশ

( গুণমালা )

২৬ । তুমি সত্যব্রত মোক্ষৰ সাধন
সৰ্ব্বকালে থাকা স্বামী ।
মহা পঞ্চভূত তোমাতে উপজে
তুমি সৰ্ব্ব অন্তৰ্য্যামী ॥
সৃষ্টিৰো অন্তত তুমি মাত্র থাকা
সমতাক প্রৱৰ্ত্তাহ । ( দশম, ৬১ )

২৭ । অনাদি অনন্ত যিটো ব্রহ্ম নিৰঞ্জন ।
জ্ঞানময় আনন্দ ৰসত মগ্ন মন ॥

( অনাদি পাতন, ৪০ )

———

## নাৰায়ণ, পৰমাত্মা, ব্ৰহ্ম, ভগৱন্ত

১। শুনি পিপ্পলায়নে দিলন্ত উত্তৰ।
শুনা কহোঁ নাৰায়ণ ৰূপ নৃপবৰ ॥
সৃষ্টি-স্থিতি-প্ৰলয়ৰ হেতু যিটো দেৱ।
যাত পৰে পৰম ঈশ্বৰ নাহি কেৱ ॥
স্বপ্ন জাগৰণ যিটো নিৰ্ভৰ নিদ্ৰাত।
সমাধিত সাক্ষীৰূপে থাকন্ত সাক্ষাত ॥
সচেতন কৰা দেহ প্ৰাণ ইন্দ্ৰিয়ক।
জীৱক ভুঞ্জান্ত নানাবি বিষয়ক ॥
পৰমাত্মা বুলি তাঙ্ক কহে মুনিগণ।
তেহেন্তে পৰম তত্ত্ব জানিবা ৰাজন ॥
হৰি হৰ বিধি যাৰ থাকে আজ্ঞা ধৰি।
ঈশ্বৰতো ঈশ্বৰ তেহেন্তে মহা হৰি ॥
তাঙ্কে নাৰায়ণ বোলে জানিবা নৃপতি।
তাহানেসে চৰণ-সেৱায়ে সাধে গতি ॥

( নিমি নৰসিদ্ধ, ১৭৬-১৭৯ )

২। নপাৱে ইন্দ্ৰিয়সবে যাহাৰ ওচৰ।
যিটো নোহে মন বুদ্ধি বচন গোচৰ ॥
যেন ফিৰিঙ্গতিচয় বহ্নিৰ বজাই।
নকৰে প্ৰকাশ সিটো বহ্নিক ছুনাই ॥
সেহি মন আদি তান্তে হুয়া জাত।
মায়াত থাকিয়া তাঙ্ক নাজানে সাক্ষাত ॥
বেদেও যাহাক নিৰূপিবে নপাৰয়।
নিষেধৰ শেষ বুলি প্ৰকাৰে কহয় ॥

যাত বিনে কাহাৰো নাহিকে একো সিদ্ধি।
যিটো ব্ৰহ্ম-তত্ত্ব হোৱে সবাৰো অবধি ॥
তেন্তে নাৰায়ণ ৰূপ ভাবিবা নৃপতি।
তাহাৰ চৰণে মাত্ৰ কৰিয়ো ভকতি ॥

( নিমি নৱসিদ্ধ ১৮১—১৮৪ )

৩। একে ব্ৰহ্ম মাত্ৰ থাকে সৃষ্টিৰ আদিত।
জগত স্বৰূপে পাছে হোৱন্ত বিদিত ॥
প্ৰকৃতি মহত অহঙ্কাৰ বুদ্ধি মন।
বহুবিধ বিষয় ইন্দ্ৰিয় দেৱগণ।
সবাৰে স্বৰূপ কৰে ব্ৰহ্মোসে প্ৰকাশ।
সমস্ততে যিটো কৰি আছন্ত নিবাস ॥
তেহেন্তেসে নাৰায়ণ জানিবা নৃপতি।
তাহাৰ চৰণ সেৱা বিনে নাই গতি ॥

( তথা, ১৮৭—১৮৮ )

৪। প্ৰৱৰ্ত্তান্ত যেখানে ইন্দ্ৰিয় সমস্তক।
পৰমাত্মা বোলয় তেখনে মাধৱক ॥

( নিমি নৱসিদ্ধ, ১৭৯ )

৫। সমাধিত বেকত হোৱন্তে গুচে ভ্ৰম।
তেখনে বোলয় জানা মাধৱক ব্ৰহ্ম ॥

( তথা, ১৮০ )

৬। নাহি ক্ষয় বৃদ্ধি যিটো জন্ম মৃত্যু হীন।
সমস্ততে সাক্ষীৰূপে আছা উদাসীন ॥
যদ্যপি আছন্ত ইটো জগত বিয়াপি।
নোচোৱে দেহৰ দোষে তাহাঙ্ক তথাপি ॥
জ্ঞান মাত্ৰ ৰূপ নিত্য নিৰঞ্জন কায়।
থাকা সৰ্ব্বকালে সৰ্ব্ব দেহতে সদায় ॥

ইন্দ্ৰিয়েসে কৰে তাঙ্ক বিবিধ ভাবনা।
যেন এক প্ৰাণ তাৰ বিবিধ কল্পনা॥
নাহিকে বিকাৰ যাৰ সদা সুখময়।
তাহাঙ্ক জানিলে পাপ-তাপ হোৱে ক্ষয়॥
ভকতৰ পৰম সুহৃদ প্ৰাণ সম।
তাহাঙ্কে বোলয় ব্ৰহ্ম জানা নৃপোত্তম॥

( নিমি নৱসিদ্ধ, ১৮৯—১৯১ )

৭। কৰন্ত যেখনে ইটো সৃষ্টি অন্ত।
তেখনে বোলয় মাধৱক ভগৱন্ত॥

( তথা ১৮০ )

৮। "কোটি কোটি ব্ৰহ্মাণ্ডৰ যত জীৱ সমস্তৰ
একে মাত্ৰ আশ্ৰয়ৰ স্থান।
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু যিটো মহেশ্বৰ
আশ্ৰয় কহিলো ভগৱান॥

( দ্বিতীয়, ৬৭২ )

৯। মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত।
দুহানো মধ্যস্থভাৱে আছা ভগৱন্ত॥

( প্ৰথম, ৬৫ )

১০। ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব।
একেবেসে তিনি নাম লক্ষণ ভেদত॥

( নিমি নৱসিদ্ধ, ১৮১ )

১১। সৃষ্টিৰ মধ্যত এক পুৰুষ ঈশ্বৰ।
কেৱলে থাকয় হৰি এক ব্ৰহ্ম তত্ত্ব॥

( অনাদি পাতন, ৯ )

———

## দেহ

২। ব্ৰহ্মা আদি কৰি যত আছে প্ৰাণীচয়।
সমস্তৰে হোৱে নিতে উৎপত্তি প্ৰলয়॥
কালৰ বেগত যায় দেহৰ অৱস্থা।
তাক কোহোঁ তৰ্কিবাক নপাৰে সৰ্ব্বথা॥
যেন আকাশত চন্দ্ৰ সূৰ্য্য গতি কৰে।
তাক লেখিবাক নপাৰয় একো নৰে॥
যেন নদী সমস্তৰ জল যায় বহি।
তথাপি আগতে দেখে নদী আছে বহি॥
এহিমতে ব্ৰহ্মা আদি কৰি তৰু-তৃণ।
সবাৰো শৰীৰ ক্ষণে ক্ষণে হোৱে ভিন॥

( দ্বাদশ, ১৫৭-১৫৯ )

২। শুনা সৰ্ব্বজন শঙ্কৰে কহে।
চিৰকাল ইটো দেহা নৰহে॥
হাটে বাটে কৈত মিলে মৰণ।
সদায় নেৰিবা হৰি চৰণ॥ (কীৰ্ত্তন, ১৫২৪ )

৩। মনুষ্যাদি চতুৰ্ব্বিধ প্ৰাণীৰ দেহত।
জীৱৰ সহিত প্ৰাণ থাকে অবিৰত॥
দেহৰ আছয় দোষ ব্যভিচাৰ সিদ্ধ।
কতো বাল্য কতো যুবা কতো হোৱে বৃদ্ধ।
দেহতে থাকয় প্ৰাণ নাহি ব্যভিচাৰ।
সেহিমতে নাহি ইটো আত্মাৰ বিকাৰ॥

( নিমি নৱসিদ্ধ, ১৯৩—১৯৪ )

## দেহ আৰু আত্মা

১। নাহি জন্ম পূৰ্ব্বতো অদ্যাপি নোহো জাত।
অজৰ অমৰ তুমি আত্মাসে সাক্ষাত॥
দেহাৰেসে ধৰ্ম্ম ইটো জনম-মৰণ।
দেহাতেসে হন্তে হোৱে দেহ উতপন্ন॥
দেহাতেসে আছা মাত্ৰ তুমি দেহে হীন।
যেন অগ্নি থাকন্তে কাষ্ঠত কৰি ভিন॥
যেন ঘট ভাগি গৈলে ঘটৰ আকাশ।
আকাশতে লীন যায় নাহি তাৰ নাশ॥
জনম মৰণ ইটো দেহেৰেসে ধৰ্ম্ম।
মনে স্ৰজে জীৱৰ শৰীৰ গুণ-কৰ্ম্ম॥
মনকো মায়ায়ে স্ৰজে জানা সাৰে সাৰ।
ভ্ৰমৰ কাৰণে হোৱে জীৱৰ সংসাৰ॥
তৈল মানে শলা-বহ্নি সংযোগ যাৱত।
দীপ হেন বুলি তাৱে প্ৰকাশে লোকত॥
দেহ মন কৰ্ম্ম আত্মা যাৱত সংযোগ।
তাৱে জীৱ নাম থাকে দুঃখ কৰে ভোগ॥
দেহ-কৰ্ত্তা মনৰেসে জানিবা সংসাৰ।
জনম-মৰণ একো নাহিকে আত্মাৰ॥
যেনে অসংযোগে গুচে দীপৰ প্ৰকাশ।
মহা জ্যোতিৰূপে অগনিৰ নাই নাশ॥
যত পৰমাৰ্থ তত্ত্ব কৰিলো বিদিত।
হেন মনে মানা তুমি স্থিৰ কৰি চিত্ত॥
মই পৰমাত্মা আৰ নাহিকে সন্দেহ।
দেহতেসে আছো মঞি মুহি ইটো দেহ॥

যি মই সেহি ব্ৰহ্ম জান্য হেন মনে।
যি ব্ৰহ্ম সেই মঞি বোলা সৰ্ব্বক্ষণে।
এতেকে গুচিবে শোক-মোহ মহাৰথ।
কহিলো তোমাত ইটো ব্যৱহাৰ পথ॥

( দ্বাদশ, ২০৪—২১০ )

২। যেখনে নিৰ্ভৰ নিদ্ৰা হোৱে উপস্থিত।
ইন্দ্ৰিয় সকল অহঙ্কাৰৰ সহিত॥
তেখনে আত্মাত গৈয়া সবে হোৱে লয়।
সেহি কালে আত্মা সাক্ষী স্বৰূপে থাকয়॥
জীৱৰ হোৱয় আত্মা মাত্ৰ অনুভৱ।
নথাকয় বিষয় সম্বন্ধ লেশ লৱ॥
আত্মা অনুভৱ যদি ভৈলেক জীৱৰ॥
তেৱে কিয় সংসাৰক পাৱয় পুনৰ।
তাহাৰ উত্তৰ শুনা হুয়া সাৱধান॥
সিকালতো থাকয় অবিদ্যা বিদ্যমান॥
সেহি হেতু ঘটে পুনু সংসাৰ আপদ।
লিঙ্গ দেহ ভাঙ্গিলেসে মিলে মোক্ষ পদ॥

( নিমি নৱসিদ্ধ, ১৯৬—১৯৮ )

———

## জীৱ

১। তাকে বুলি জীৱ মন এৱে ভিন্ন নুই।
এক পিণ্ড ভৈল যেবে লোহা অগ্নি দুই॥

( অনাদি পাতন, ৬৭ )

২। বিভঞ্জিয়া আপোনাক প্ৰভু নাৰায়ণ।
সৃজিলা ইন্দ্ৰিয় যত ভূত প্ৰাণ মন ॥
ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভুঞ্জে বিষয়ক।
আত্মা বুলি মানে মায়াময় শৰীৰক ॥

( নিমি নৱসিদ্ধ, ১০৯--১১০ )

---

## জীৱ আৰু ঈশ্বৰ

১। সেহিসে ঈশ্বৰ যাৰ বশ্যমায়া
পৰম আনন্দময়।
মায়া মৰ্দ্দে যাক তাকে বুলি জীৱ
দুখতে তাৰ উদয় ॥
অতি সুখ ৰূপ আনন্দে যুগুত
চৈতন্যৰূপ ঈশ্বৰ।
তাহাৰে মায়ায়ে ঢাকিলেক নিজ
আনন্দ-সুখ জীৱৰ ॥
দুঃখচয়ে বেঢ়ি আছয় জীৱক
পাৱে অতি মহাখেদ।
কহিলোঁ প্ৰত্যেক জানিবা এতেক
জীৱ-ঈশ্বৰৰ ভেদ ॥

( ৰত্নাকৰ ভাঃ, ৭৫৯—৭৫৯ )

২। জীৱত কৰিয়া বিলক্ষণ ৰূপে
থাকা তুমি নাৰায়ণ ॥

তুমি নিত্য মুক্ত চৈতন্য তুমিসি
নিত্য বদ্ধ জড়-জীৱ।
তোমাৰ সেৱাত হোৱে মুক্ত জীৱ
তুমি দেৱ সদাশিৱ॥
তুমি মাত্র শুদ্ধ তুমিসি সৰ্ব্বজ্ঞ
নিৰ্ব্বিকাৰ ভগৱন্ত।
তিনিয়ো গুণৰ তুমিসি ঈশ্বৰ
তোমাৰ নাহিকে অন্ত॥
অতি অজ্ঞ জীৱ বিকাৰ পৰম
অশুদ্ধ অতি হোৱয়।
ভৈল ভাগ্য হীন গুণৰ অধীন
জীৱে একো নেদেখয়॥
অখণ্ডিত দৃষ্টি তুমি সবে দেখা
পুৰুষ আদি অনাদি।
অজ্ঞৰ তুমিসি অধিষ্ঠাতা দেৱ
জীৱৰ আছয় আদি॥

( ৰত্নাকৰ ভাঃ, ৭৬০—৭৬২ )

৩। বোলন্ত উদ্ধৱ যিটো পৰমাত্মা
তান কৰ্ম্ম নাহিকয়।
জীৱৰ নিয়ন্তা তাহাৰ শক্তি
মনো সচালিত হয়॥
অলপুত জ্ঞানে কেৱলে দেখন্ত
কেৱলে বিদ্যা শকতি।
সংসাৰ প্ৰকাশ হেনয় মনক
কৰিলা জীৱে সঙ্গতি॥
আত্মাৰূপে তাক বিচাৰ কৰিয়া
নানা কাম ভোগ কৈলা।

এহিসে নিমিত্তে গুণৰ সঙ্গত
জীৱ পুনু বন্ধ ভৈলা ॥
পৰমাত্মা হৰি বিজ্ঞান মূৰুতি
নিৰাকাৰ নিৰাময় ।
নিত্য নিৰঞ্জন আনন্দ স্বৰূপ
দেহ ইন্দ্ৰ নাহিকয় ।
তথাপি শুনয় বচন বোলয়
বস্তুক সবে ধৰয় ॥
গতিয়ো কৰয় বসিয়ো থাকয়
কাহাকো কৰন্ত হত ।
জগতৰে কৰ্ত্তা পালয় সবাকো
সংহৰে সৱে জগত ॥
নিশ্চল নিৰ্ম্মল নাহিকয় সঙ্গ
একো শ্ৰেষ্ঠ নাহিকয় ।
বস্তু পৰিগ্ৰহ নাহিকয় তান
কিছু কৰ্ম্ম নকৰয় ॥
স্ৰজিয়া জগত সদা থাকা তাতে
অতি উদাসীন ভাৱে ।
মুহিকে আকুল সংসাৰৰ দোষে
তাহাঙ্ক একো নপাৱে ॥
তানে একো দোষে জীৱ আত্মা সিটো
দেহধাৰী ভৈলা আসি ।
ব্যয় আছে তাৰ অব্যয় হোৱয়
জীৱ নিত্য অবিনাশী ॥
সুখ-দুঃখময় মায়া-মোহ-পাশে
ভৈলা অতি বিমোহিত ।

কৰ্ম্ম-জৰী-বদ্ধ হুয়া সংসাৰত
পৰি দুঃখ পায়ে নিত ॥
ঈশ্বৰত কৰি জীৱ ভিন্ন মুহি
শাস্ত্র অধিকাৰী হয় ।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হুয়া
আপোনাক নজানয় ॥

( ৰত্নাকৰ ভাঃ, ৭৬৩—৭৬৮ )

---

## ভুত

১। সমস্ত ভূততে ব্যাপি আছো মই হৰি ।
সবাক মানিবা তুমি বিষ্ণু-বুদ্ধি কাৰি ॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল ।
দাতাত চোৰত যেন দৃষ্টি একতুল ॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান ।
তাহাকেসে পণ্ডিত বুলিয়া সৰ্ব্বজান ॥

( কীৰ্ত্তন, ১৮২০—১৮২৫ )

২। বাহিৰে ভিতৰে জানা সমস্ত-ভুতৰ ।
পৰিপুৰ্ণৰূপে আছো মই মহেশ্বৰ ॥
যেন জগতকে ব্যাপি আছয় আকাশ ।
সেহিমতে সমস্ততে কৰাহোঁ প্ৰকাশ ॥
নোছোৱয় মোক দোষ-গুণ জগতৰ ।
দেখিবাহা সবাতে আমাক নিৰন্তৰ ॥
× × × ×
ব্ৰাহ্মণ-চণ্ডাল চোৰ-দাতা ক্ৰুৰ-শান্ত ।
সবাক আমাক তুমি দেখিবা নিতান্ত ॥

তেজি লাজ গৰ্ব্ব মান হুয়া উপশাম।
সমস্তকে দণ্ডৱতে কৰিবা প্ৰণাম ॥
সমস্ত ভূতত মোক নেদেখাহা যেবে।
কায়-বাক্য-মনে যত্নে উপাসিবা তেবে ॥
সবাতে ঈশ্বৰ-দৃষ্টি ভৈলা আসি যেৱে।
গুচিবে সংশয় কৃতকৃতা হুইবা তেৱে ॥
সৰ্ব্ব সাধনতে ইটো মহা মুখ্যত্তম।

× × × ×

আছন্ত বহুত যদি মোক্ষৰ উপায়।
মুখ্যত্তম পাঠ আত পৰে আন নাই ॥

( ৰত্নাকৰ ভাঃ, ৪৮৯—৪৯৪ )

৩। মোকেসে দেখিবে মাত্ৰ সমস্ত প্ৰাণীত ॥
আপোনাত দেখিবে ঈশ্বৰ অন্তৰ্য্যামী।
জ্ঞান-দৃষ্টি কৰি মোক ফুৰিবা প্ৰণামি ॥

( একাদশ, ১৯৩৭৭—১৯৩৭৮ )

৪। কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম ॥
সমস্ত ভূতত বিষ্ণু-বুদ্ধি নোহে যাৱে।
কায়-বাক্য-মনে অভ্যাসিবা এহি ভাৱে ॥
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে ॥
সমস্ত প্ৰাণীক দেখিবেক আত্ম সম।
উপায় মধ্যত ইটো অতি মুখ্যত্তম ॥

( কীৰ্ত্তন, ১৮২৩—১৮২৫ )

৩। সমস্ত ভূতৰে হৃদয়তে আছো আমি।
পৰম সুন্দৰ মহেশ্বৰ অন্তৰ্যামী ॥
হেন বুদ্ধি কৰি সৰ্ব্বদায়ে জানা মোক।
এতেকে তৰিবা সংসাৰৰ দুঃখ-শোক ॥

( ভক্তি প্ৰদীপ, ১৪৭—১৪৮ )

---

## অদ্বৈত বাদ

১। তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হৌক চিত্ত।
ভৈলোহো দাসৰ দাস জানি আৱে নৰহৰি
আমাক নেড়িবা কদাচিত ॥

( কীৰ্ত্তন, ১৬৭০ )

২। মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছুভেদ ॥
চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥
নিশ্চল নিৰ্ম্মল সূক্ষ্মৰূপ যিটো স্বামী।
দেৱে নজানন্ত তাক কেনে দেখো আমি ॥

( কীৰ্ত্তন, ২১৭৮—২১৭৯ )

৩। মনু আদিকৰি বেদ অৰ্থ বিচাৰয়।
বেদ অৰ্থ হৰিনাম জানয় নিশ্চয় ॥
বিস্তৰ শাস্ত্ৰত হৰিনাম নিৰূপিল।
তথাপিতো প্ৰায়শ্চিত্ত তত্ত্ব নকহিল ॥

যেন যাগ যোগেদিক বেদত কহিলা।
পাছত অদ্বৈত মাত্ৰ জ্ঞান নিৰূপিলা ॥

(ৰত্নাকৰ ভাঃ, ৩২৭—৩২৮)

৪। যাৰা সকলৰ শ্ৰদ্ধা অদ্বৈত জ্ঞানত।
নকৰয় যদি তাৰা যোগ আদি যত ॥
তথাপিতো তাৰা বেদ তুচ্ছ নকৰিল।
অজ্ঞানীৰ প্ৰতি সিটো বেদক ৰাখিল ॥
সেহিমতে হৰিনামে শ্ৰদ্ধা যি সবৰ।
নকৰয় তাৰা যদি প্ৰায়শ্চিত্তান্তৰ ॥
তথাপিতো প্ৰায়শ্চিত্ত-বিধায়ক বেদ।
নকৰিলা অজ্ঞানীৰ নিমিত্তে উচ্ছেদ ॥

(ৰত্নাকৰ ভাঃ, ৩৩০ ৩৩১)

৫। কিন্তু সমস্ততে কৰা এহি ব্ৰহ্ম দৃষ্টি।
তাপ দূৰ হোৱৈ যেন অমৃতৰ বৃষ্টি ॥
মই তুমি সব যদুবংশ নিৰন্তৰ।
দেখা শুনা মানে আছে যত চৰাচৰ ॥
সব ব্ৰহ্মময় ইটো কহিলো তোমাত।
জ্ঞানদৃষ্টি নিৰিক্ষণে দেখিয়া সাক্ষাত ॥
নিত্য নিৰঞ্জন স্বপ্ৰকাশ আত্মা এক।
মায়া উপাধিৰ পদে দেখিয় অনেক ॥
যতেক আকৃতি মানে মায়াময় সৃষ্টি।
হেন জানি কেৱল ব্ৰহ্মাত দিয়া দৃষ্টি ॥
স্বৰূপত একে মাত্ৰ মৃত্তিকা আকাৰ।
ঘট পট ভেদে দেখি অনেক প্ৰকাৰ ॥
এহিমতে অনেক অদ্বৈত আত্ম বুদ্ধ।
মায়া উপাধিৰ পদে দেখি বহুবিধ ॥

মায়াময় নাম ৰূপ সবাকো উপেক্ষা।
অন্তৰ্য্যামী মই ঈশ্বৰক মাত্ৰ দেখা।
থিৰ চিত্তে অভ্যাসিয়ো পিতৃ মহাশয়।
দেখিবা জগত সব নাৰায়ণময় ॥

( কুৰুক্ষেত্ৰ, ৫০৯—৫১৩ )

৬। কৰ্ম্মীৰ অদৈত জ্ঞান যেহেন দুষ্কৰ।
সেহিমতে সুদুষ্কৰ কীৰ্ত্তন নামৰ ॥

( ৰত্নাকৰ, ৩৩২ )

৭ সমস্ত প্ৰাণীক ব্যাপী আছোহোঁ অনন্ত।
বাহিৰে ভিতৰে সমস্ততে ভগৱন্ত ॥
যেন ঘট সব মাটি মাত্ৰ বিচাৰত।
সেহিমতে ব্যাপি আছো এহি ত্ৰিজগত ॥
যত পঞ্চ ভূত জীৱ আছে চৰাচৰ।
মঞি পৰিপূৰ্ণতা দেখিয়ো নিৰন্তৰ ॥

( কুৰুক্ষেত্ৰ, ১৪৮—১৪৯ )

## জন্মান্তৰ

১। তিনি গুণময় জ্ঞান কৰ্ম্ম আদি যত।
সেহি কৰ্ম্মে বদ্ধ হুয়া জীৱে সংসাৰত ॥
ফুৰি থাকে নানাবিধ শৰীৰক ধৰি।
এৰায় গুণক মোৰ ভকতি আচৰি ॥

( ৰত্নাকৰ, ভাঃ, ৫০৫ )

২। সংসাৰ চক্ৰত চিৰকাল ভ্ৰমো
তোমাক নভৈল বোধ।
একোৱে প্ৰকাৰে সুখ শান্তি নাই
নিজিনিলো কাম-ক্ৰোধ ॥

( কীৰ্ত্তন, ১৩৮৯ )

৩। নানাবিধ ব্যাধি জৰা ৰোগ দুঃখে পীড়ে।
কৰ্ম্মপাশে বন্ধ ভৈলো লোভমোহে নেৰে ॥
সংসাৰ সাগৰে জন্ম বিষয়ৰ ক্লেশ।
ইন্দ্ৰিয় আৱৰ্ত্ত গ্ৰাহ ভৈল ৰাগ দ্বেষ ॥
শোক তৃষ্ণা উৰ্ম্মিক দেখন্তে চমৎকাৰ।
অত্যন্ত চঞ্চল অণুমাত্ৰো নুহি সাৰ ॥
মায়ায়ে মোহিল হেন সংসাৰত আতি।
চিৰকাল ভ্ৰমো প্ৰভু হুয়া নানা জাতি ॥
লভিলোহোঁ জন্ম প্ৰভু অসংখ্য প্ৰমাণ।
পঢ়িলোহোঁ বেদ শাস্ত্ৰ অনেক পুৰাণ ॥
অসন্তোষ সন্তোষক লভিলো অপাৰ।
ক্ষয় বৃদ্ধি উদয়কো পাইলো বাৰেবাৰ ॥
সংযোগ-বিয়োগ শত্ৰু-মিত্ৰ-বান্ধৱৰ।
দেখিলো সংসাৰে পিতৃ-মাতৃক বিস্তৰ ॥
সুখ দুখ অনুভৱ ভৈল অসংখ্যাত।
পাইলো পুত্ৰ ভ্ৰাতৃ জ্ঞাতি অনেক ইহাত ॥
বিষ্ঠা মূত্ৰে পচিলো নাৰীৰ উদৰত।
গৰ্ভবাস-দুঃখ প্ৰভু পাইলো নানামত ॥
জানিলোহো দুঃখ শিশু যুবা বৃদ্ধকালে।
মৰণ পীড়াক প্ৰভু জানিলোহো ভালে ॥
যমপুৰে যেন দুঃখ পাইলো সমস্তকে।
জানিলো যাতনা যেন চৌৰাশী নৰকে ॥
কৃমি কীট হস্তী ঘোৰা মৃগ বৃক্ষ পক্ষী।
গৰু উট মহিষ পশুক যত দেখি ॥
দ্বিজ শূদ্ৰ ধনী দুঃখী তপস্বী যতেক।
ৰাজা ৰাজ-ভৃত্য অন্যো মনুষ্য অনেক ॥
সবাৰে গৃহত বাৰে বাৰে ভৈলো জাত।
অনেকৰ ভৈলো প্ৰভু ভৃত্য অসংখ্যাত ॥

হুওঁ কতো দৰিদ্ৰ ঈশ্বৰ অধিকাৰী।
কতো মোক মাৰে কতো ময়ো আছো মাৰি ॥
মই আনি কাটো কতো মোক ধৰি কাটে।
ভণিল শঙ্কৰ ৰাম নাম বোলা ঝাণ্টে ॥

(কীৰ্ত্তন, ২১৮২—২১৮৯)

৪। পিতৃ মাতৃ ভাতৃ ভাৰ্য্যাৰ সংযোগ
কতোহো মিলে সন্তোৰ।
তাহাৰ বিয়োগে কতো শোকে কান্দো
পায়া মহা অসন্তোষ ॥
দেৱ মনুষ্যত কীট পতঙ্গত
জগত মধ্যত স্বামী।
চৈধ্যয় ভুবন হেন থান নাহি
যৈক নতু যাওঁ আমি ॥
কতো নৰকত থাকো কদাচিত
স্বৰ্গক কথোহো গতি।
মনুষ্য লোকত থাকো কতো বেলা
পশুৰো হুওঁ সঙ্গতি ॥
জল-যন্ত্ৰ চক্ৰে জৰা বন্ধ হুয়া
খণ্ড ঘট যেন মতে।
কতো উৰ্দ্ধ গতি কতো অধোগতি
কতোহো থাকো মধ্যতে ॥
কৰ্ম্মে বন্ধ হুয়া সংসাৰ চক্ৰত
সেহিমতে ভগৱন্ত।
ভ্ৰমো চিৰকাল কদাচিত মই
দুঃখৰ নেদেখো অন্ত ॥
মোহ শোক তৃষ্ণা আকুল কৰয়
ভৈলো অতি অচেতন।

কিবা কৰো আৰে একোকে নজানো
তোমাতে লৈলো শৰণ ॥

( কীৰ্ত্তন, ২১৯০—২১৯২ )

৫। কতো কোটি জন্ম মই ভ্ৰমো সংসাৰত।
কৃমি কীট পক্ষী হুয়া আছো নানামত ॥
মই মহা দীন দেৱ পৰম অনাথ।
কৰা পৰিত্ৰাণ আৱে বাপ জগন্নাথ ॥

( কুৰুক্ষেত্ৰ, ১৮৩৫২ )

৬। ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভুঞ্জে বিষয়ক
আত্মা বুলি মানে মায়াময় সংসাৰক ॥
যাৱে মহামোহে আতি হোৱে জ্ঞান শূন্য।
সকামে অনেক কৰ্ম্ম কৰে পাপ-পুণ্য ॥
সেহি কৰ্ম্ম-ফল ভুঞ্জি ভ্ৰমে সংসাৰত।
নাহি অন্ত জীৱৰ যাতনা দুখ যত ॥
মিছা মায়াময়ত উপজে মৰে জীৱ।
এহি লীলা আতে প্ৰীতি হোন্ত সদাশিৱ ॥
যাৱে সৃষ্টি থাকে মহা নিমিলে প্ৰলয়।
জনম মৰণ তাৱে নেৰাই মৃত্যুভয় ॥
পশু পক্ষী বৃক্ষ কীট পতঙ্গ যোনিত।
উপজি যাতনা আদি ভুঞ্জে বিপৰীত ॥
বহু অমঙ্গলপ্ৰদ হেন কৰ্ম্ম গতি।
পায়া নৰে সংসাৰত ভ্ৰমে বিসঙ্গতি ॥
নিতান্ত অধম হুয়া প্ৰলয় যাৱত।
জন্ম-মৃত্যু ৰূপ দুঃখ ভুঞ্জে নানামত ॥

( নিমি নৱসিদ্ধ, ১১০—১১৩ )

## জনম-মৰণ

১। জন্তুবো উপজে মৃত্যু দেহৰ লগতে ॥
আজি মৃত্যু হোক নুহি শতেক অন্তৰে।
অৱশ্যে মৰণ আছে সব জগতৰে ॥
কৰ্ম্মৰ অধীন জীৱ যেতিক্ষণে যায়।
এড়ি পূৰ্ব্ব দেহা আউৰ শৰীৰক পায় ॥
যেন জোঁকে তৃণ পাইলে এড়ে আৰ তৃণ।
জীৱন মৰণ স্বপ্ন এৰে নুহি ভিন ॥

( দশম, ২৮—২৯ )

২। জনম মৰণ মিলে নিজ কৰ্ম্ম গতি।
সুখ-দুঃখ-দাতা আন নাহিকে নৃপতি ॥

( দ্বাদশ, ২৭১ )

৩। ধন জন বিভৱ তিলেকে হোৱে ছন্ন।
আপোনাৰ নজানয় জীৱন-মৰণ ॥
নজানে দুৰ্গতি মৃত্যু ঘুৰে আগে আগে।
মাৰিবে কধৰি হৰিণক যেনে বাঘে ॥
ফেণ হেন দেহা হোৱে ক্ষণেকে বিনাশ।
ইহাতে কৰিলে সবে সুদৃঢ় বিশ্বাস ॥

( দ্বাদশ, ৭২—৭৩ )

———

## জীৱন

১। জীৱন চঞ্চল পদ্ম-পত্র জল
পৰি যেন থিৰ নুই।
তিলেকে সংযোগ তিলেকে বিয়োগ
যেন আধামৰা জুই॥

( দশম, ২১৯ )

২। জল বুদ্‌বুদ্ যেন অথিৰ জীৱন।
কেতিক্ষণে পৰে দেহা নাহি নিৰূপণ॥

( অনাদি পাতন, ১৫৯ )

---

## মন, বুদ্ধি, অহঙ্কাৰ

১। নানা কৰ্ম্ম কৰিবাক কৰে আলোচন।
একো কাৰ্য্যে স্থিৰ নোহে তাকে বুলি মন॥
সংকল্প বিকল্প ধৰ্ম্ম কৰে আলোচন।
বুদ্ধি নাম বুলি তাক জানিবা লক্ষণ॥
সমস্ত কৰ্ম্মক মই কৰোঁ বুলি মানে।
অহঙ্কাৰ বুলি তাক জানিবা আপোনে॥
নানা সংকামক কৰয় নিতে নিত।
নিশ্চয় জানিবা ৰাজা তাৰ নাম চিত্ত॥
আৰ যে মনৰ কথা শুনিয়ো আপেক্ষি।
কাছিলে নটক যেন ভিন্ন ৰূপ দেখি॥
মনৰ কল্পনা মানে সমস্ত সংসাৰ।
জাগন স্বপন নিদ্ৰা তিনি বৃত্তি যাৰ॥

আছে মন সমস্ত প্ৰাণীৰ হৃদয়ত ।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত ॥
তাকে বুলি জীৱ মন এৰে ভিন্ন দুই ।
এক পিণ্ড ভৈল যেবে লোহা-অগ্নি দুই ॥
মনে দুঃখ পাইলে জীৱে বোলে মই পাওঁ ।
মনে যৈকে যাৱে জীৱে বোলে মই যাওঁ ॥
মনে যিবা কৰে জীৱে বোলে মই কৰোঁ ।
মনৰ মৰণে জীৱ বোলে মই মৰো ॥
যেন সূৰ্য্য-বিম্ব লৰে জলৰ লগত ।
জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ব্ববত ॥
মনৰ কৰ্ম্মক যিটো মোৰ বুলি মানে ।
কৰ্ম্মপাশে বন্দী জীৱ এহিসে নিদানে ॥
আত্মাৰ প্ৰসঙ্গে মন হৱে অচেতন ।
মনতেসে আছে ইটো চৌধায় ভুবন ॥
মনে পাপ মনে পুণ্য মনেসে নৰক ।
মনেৰে কৰিছে ভেদ আপোন পৰক ॥
যতেক ইন্দ্ৰিয়গণ মনৰ অধীন ।
মনৰেসে আজ্ঞাপালি থাকে ৰাত্ৰি দিন ॥
মনে উপজয় জানা মনেসে মৰণ ।
মনুষ্যৰ মনে মোক্ষ বন্ধৰ-কাৰণ ॥
যত দেখা দেৱ-ধৰ্ম্ম মনৰ প্ৰৱন্ধ ।
তাৱে বন্দী থাকে জীৱ নেৰায় কৰ্ম্ম-বন্ধ ॥

( অনাদি পাতন, ৬৩—৭১ )

২। যেন জলবায়ু পৃথিবী আকাশ
ব্যাপি আছে চৰাচৰ ।
সেইমতে মই মন বুদ্ধি প্ৰাণ
ব্যাপি আছো সমস্তৰ ॥

আপোনাতে মই আপোনাকে স্ৰজো
আপুনি পালো সকলে।
আপোনাকে পাছে আপুনি সংহৰো
আপোন মায়াৰ বলে।
পৰম বিশুদ্ধ গুণহীন মই
জ্ঞানৰূপ আত্মা এক।
মোতে আছে ইটো জগত, মই পুনু
জগতত ব্যতিৰেক॥
জাগন স্বপন নিৰ্ভৰ যে নিদ্ৰা
ই তিনি মনৰ বৃত্তি।
মনৰ নিৰোধে তিনিও গুণৰ
আত্মাত মিছা প্ৰতীতি॥
যেহেন পুৰুষ স্বপন চিন্তয়
ঘুমটিৰ উঠি জাগি।
সেই মতে মনে অনুক্ষণে স্মৰে
মিছা বিষযক লাগি॥
হেন জানি ইটো মনক নিয়ম
কৰিয়ো এড়ি আলাস।

(দশম, ২৩৯২—২৩৯৫)

———

## পুৰুষ প্ৰকৃতি

১। সৃষ্টি কৰিবাক ঈশ্বৰৰ ইচ্ছা কাজ।
পুৰুষৰ পৰা মহামায়া ভৈল বাজ॥
অনাদি ৰূপিনী ঈশ্বৰৰ অৰ্দ্ধকায়।
ব্যক্ত ভৈলা মহামায়া সৃষ্টিক ইচ্ছায়॥

× × × ×

প্ৰণিপাত পুৰুষক কৰিয়া সেৱালি ।
আগতে বিনাৱে মায়া কৰি কৃতাঞ্জলি ॥
কোন কৰ্ম্ম কৰো আৱে কৰিয়ো আদেশ ।
হেন শুনি বুলিলন্ত হাসি হৃষীকেশ ॥
শুনিয়ো প্ৰকৃতি একোগুণে নোহা হীন ।
তোমাৰে আমাৰে কিঞ্চিতেকো নাহি ভিন ॥
মোৰ নিজ শকতি সম্যকে দেখো প্ৰাণ ।
সত্বৰে কৰিয়ো মায়া জগত নিৰ্ম্মাণ ॥
তোমাক চেতাইলো আমি এই অভিপ্ৰায় ।
জানিয়োক ভালে তুমি মোৰ অৰ্দ্ধকায় ॥
তোমাৰে আমাৰে একো নাহি ভিন্ন ভিন্ন ।
মোতে যাতে লীন যাহা এহিখানি হীন ॥

( অনাদি পাতন, ৪৫—৪৯ )

২। মায়া কৰি পূৰ্ব্বে তেহোঁ প্ৰকৃতি স্ৰজিলা ।
মায়াগুণ দ্বাৰে হুটো ব্ৰহ্মাণ্ড কৰাইলা ॥

( দ্বিতীয়, ৭৭ )

৩। প্ৰকৃতিৰো ঈশ্বৰ পুৰুষ স্বতন্ত্ৰ ।
নাহি যিটো ব্ৰহ্মাৰ বাহিৰ অভ্যন্তৰ ॥

( অনাদি পাতন, ৩৮—৩৯ )

৪। চৌদ্ধয় ভূতক উদৰত দিলো ঠাই ।
প্ৰকৃতি মায়াও আছে গৰ্ভতে লুকাই ॥

( অনাদি পাতন, ৪১ )

৫। জগত কাৰণ যিটো প্ৰকৃতি পুৰুষ ॥
তাহাৰো কাৰণ তুমি জানিলো সম্প্ৰতি ।
তোমাৰ অধীন দুয়ো পুৰুষ প্ৰকৃতি ॥

( কুৰুক্ষেত্ৰ, ১৮৩৩৬—৩৭ )

———

## মায়া

১। অৱস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ট কৰি ॥
নাথাকিতো দেখি যেন চন্দ্ৰমা উদয়।
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥
এহিমতে মায়া আৰ কৰি ঈশ্বৰক।
আশাৰ বিষয় তাক দেখাৱে জীৱক ॥

( দ্বিতীয় ২২৮—২২৯ )

২। যত দেখা যত শুনা যতেক মনত গুণা
সৱে মায়াময় স্বপ্ন সম।
সমস্তে জগতে হৰি জানিবা নিশ্চয় কৰি
গুচায়ো বুদ্ধিৰ ইটো ভ্ৰম ॥

( কীৰ্ত্তন, ১৮১৫ )

৩। তুমিসে কেৱলে সত্য সৱে মায়াময়।
তুমি বিনে সত্য আন বস্তু নাহিকয় ॥

( ৰত্নাকৰ ভাঃ, ১১১ )

৪। যত দেখা মায়াময় সৱে সপ্নসম।
হৰিময় দেখি দূৰ কৰা মতিভ্ৰম ॥

( একাদশ, ১৯২৬২ )

৫। অহঙ্কাৰ পঞ্চভূত তোমাত পৃথক নুহি
প্ৰভু পৰমাৰ্থ বিচাৰত ॥
তোমাৰ কটাক্ষ-দৃষ্টি পায়া নৃত্য কৰে মায়া
ভৰি তুলি মৰ্দ্দে মোৰ মাথ।

পৰম আতুৰ হুয়া তোমাৰ শৰণ লৈলো
মায়াক নিবাৰা জগন্নাথ ॥

( কীৰ্ত্তন, ১৬৭১ )

৬। যত দেখা কায়া স্নুত বিত্ত জায়া
মায়াকে সব ধন্ধ ॥
হামু যত জীৱ শিৱ তেৰি অংশা
কহে ওহি মোহ-বন্ধ ॥

( বৰগীত ৭ )

৭। তোমাৰেসে মায়া কৰ্ম্মে বন্দি হুয়া
সংসাৰে ওপজো মৰেঁ।
দুঃখ সাগৰত ত্ৰাণ কৰা হৰি
তোমাৰ চৰণে ধৰেঁ ॥ ( কীৰ্ত্তন, ১৬৬৬ )

৮। এ ভৱ গহন বন আতি মোহ-পাশে ছন্ন
তাতে হামো হৰিণ বেড়ায়।
ফন্দিলো মায়াৰ পাশে কাল-ব্যাধ ধায়া আসে
কাম-ক্ৰোধ কুত্তা খেদি খায় ॥
হাৰাইল চেতন হৰি নজানো কিমতে তৰি
গুণিতে দগধ ভৈল জীৱ।
লোভ-মোহ দুহো বাঘ সন্ততে নছাড়ে লাগ
ৰাখু ৰাখু সদাশিৱ ॥
পলাইতে নেদেখো সন্ধি দিনে দিনে দৃঢ় বন্দি
ভৈল মন্দ মনৰ যুগুতি।
তুৰা হৰি লাগো গোড় মোৰ মায়া-পাশ ছোড়
শঙ্কৰ কৰয় কাকুতি ॥ ( বৰগীত, ১৬ )

৯। তোমাৰ মায়াত সৰ্ব্বলোক ভৈল ভ্ৰম।
কৰ্ম্মপথে ভ্ৰমি মৰে কৰে অহম্মম ॥

( দশম, ১৮৪২ )

১০। অনাদি পুৰুষ কৃষ্ণ জগত-কাৰণ ।
স্ৰজিলা মায়াক সঙ্গে লৈয়া ভূতগণ ॥
জীৱৰ বিষয় সুখ নিমিত্তে ঈশ্বৰ ।
পঞ্চভূতে স্ৰজিলা বিবিধ কলেৱৰ ॥
মায়ায়ে উপায়ে প্ৰাণী স্ৰজিলা অশেষ ।
তাতে অন্তৰ্য্যামী ৰূপে ভৈলন্ত প্ৰবেশ ॥
বিভজিয়া আপোনাক প্ৰভু নাৰায়ণ ।
স্ৰজিলা ইন্দ্ৰিয় যত ভূত প্ৰাণ মন ॥
ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভুঞ্জে বিষয়ক ।
আত্মা বুলি মানে মায়াময় শৰীৰক ॥
সবে মহা মোহে অতি ঘোৰে জ্ঞান-শূন্য ।
সকামে অনেক কৰ্ম্ম কৰে পাপ-পুণ্য ॥
সেহি কৰ্ম্ম-ফল ভুঞ্জি ভ্ৰমে সংসাৰত ।
নাহি অন্ত জীৱৰ যাতনা দুঃখ যত ॥
মিছা মায়াময়ত ওপজে মৰে জীৱ ।
এহি লীলা আতে প্ৰীতি হোন্ত সদাশিৱ ॥

( নিমি নৱসিদ্ধ, ১০৮—১১১ )

১১। একেশ্বৰে থাকি আমি কৰো কোন কাজ ।
শৰীৰৰপৰা সবে জীৱ হউক বাজ ॥
মায়াৰ হাতত কৰাও জগত প্ৰকাশ ।
কৰো সৃষ্টি লীলা বিনোদ বিলাস ॥ ( অনাদি পাতন, ৪৩ )

১২। ভগৱন্ত মাধৱৰ অভয় চৰণে ।
কৰিলে আশ্ৰয় যিটো কায়-বাক্য-মনে ॥
ঈশ্বৰ মাধৱে তেবে কৰে তাক দায়া ।
তৰয় দুৰ্ঘোৰ সিটো ঈশ্বৰ মায়া ॥

( ৰত্নাকৰ, ১০৪৬—১০৪৭ )

১৩। জন্ম মৰণৰো যিটো কাৰণ প্ৰকৃতি।
জীৱকো আৱৰৈ সিটো তোমাৰ শকতি ॥
জগতক ব্যাপি কৰা আপুনি প্ৰকাশ।
জগতকে বিনাশে তোমাৰ নাহি নাশ ॥
যেন ঘট আকাশে কুণ্ডল হোৱে স্বৰ্ণ।
নুহি নষ্ট কদাচিতো মৃত্তিকা সুৱৰ্ণ ॥
তুমি সত্য ব্ৰহ্ম মিছা জগত প্ৰজনা।
তোমাৰ মায়ায়ে কৰৈ তোমাত কল্পনা ॥

( কুৰুক্ষেত্ৰ, ১৯৩৪৪—১৯৩৪৬ )

## কাল

১। জানো নাই ইটো দুঃখ লিখিত তোহ্মাৰ।
কালে ঘটাইলেক আসি ইসব নিকাৰ ॥
ঈশ্বৰ কালেসে হৰে জগতৰে আয়ু।
সংসাৰত ভ্ৰমাৱৈ মেঘক যেন বায়ু ॥
ধন জন জীৱন তিলেকে কৰে ছন্ন।
কালক তৰ্কিবে হেন নাহি একো জন ॥
অতি অঘটনকো ঘটাৱে কালে আনি।
পৰম আশ্চৰ্য্য ই যে শুনা সবে প্ৰাণী ॥

( প্ৰথম, ১৩৯—১৪০ )

২। ইটো কাল-নদী মাজে ভাসি যায় যত জীৱ
তাৰো মাজে মাজে কতো তৰে।

( দশম, ১৭৪৩ )

৩। দিনে দিনে আয়ু হৰে মৃত্যু চাপে পাশ।
একে তিলে কালে কৰিবেক সৰ্ব্বনাশ ॥

থাকিবে শৰীৰ এৰি ঐত দান্ত তৰি।
পুত্ৰ-ভাৰ্য্যা এৰি যাইবে যাতনাক লৰি॥

(প্ৰথম, ৩৯৯)

৪। নমো নমো কৃষ্ণদেৱ তযু পাৱে কৰো সেৱা
মোক আসি পাইলে অন্তকাল।
কেশচয় পকি গৈল দন্ত সব জীৰ্ণ ভৈল
সোটোৰা সোটোৰ ভৈল ছাল॥
নয়নে বহয় নীৰ শৰীৰ নুহিকে স্থিৰ
বাক্য মোৰ নবজাই ভাল।
জীৱন-ধনৰ আশ তথাপি নুহিকে নাশ
নিচিন্তয় মহা মায়াজাল॥
আবে কেনে হৈবে মোৰে কেতিক্ষণে কাল চোৰে
পৰমায়ু হৰি লৈয়া যায়।

(দ্বিতীয়, ৬০—৬১)

৫। পিতৃ মাতৃ তনয় আগতে মৰি যায়।
কিনো অন্ধ তথাপি চেতন জ্ঞান নাই॥
উমান নপাৱে কাল-অজগৰে গিলে।
ধন জন জীৱন যাইবেক একে তিলে॥
মৰিবাক লাগে যাৰ তাৰ আন কায।
মোৰ মোৰ বোলে কিনো নিঃশঙ্ক নিলাজ॥
নিচিন্তি নাথাকা কালে ধৰিলেক পৰা।

(ষষ্ঠ, ১০৬৫—১০৬৭)

৬। গিলে কাৰ্ল-সৰ্পে পাই তিলে তিলে আয়ু যায়
জানি লোৱা মৰণ সম্বল।
পদ্মৰ পত্ৰৰ তীৰ পৰি যেন নুহি থিৰ
সেই মত জীৱই চঞ্চল॥

(দশম, ৪২৮)

৭। শুনা সাৱধানে আৰু কহিলো সাক্ষাত।
ব্ৰহ্মা ভুবনতো নেড়ায় মৰণৰ হাত ॥
যদি ব্ৰহ্মা-লোক পাৱে মহা যত্ন কৰি।
ব্ৰহ্মাৰ ঘৰৰ পৰা কালে আনে ধৰি ॥
হুৰন্ত কালৰ হাত নেড়ায় একো মতে।
তনু ওপজন্তে মৃত্যু ওপজে লগতে ॥

(দশম, ৪৮৬—৪৮৭)

৮। কালৰ বেগত ব্ৰহ্মাণ্ডবো হোৱে ক্ষয়।
সাতো আৱৰণ অন্যো অন্যে যায় লয় ॥
পৃথিবী জলত পশে উদকতে যত।
তেজো পশে বায়ুত পৱনো আকাশত ॥
পশে অহঙ্কাৰত আকাশো গৈয়া পাছে।
ইন্দ্ৰিয় দেৱতা মন আনো যত আছে ॥
মহত্বত পশে অহঙ্কাৰো বৃত্তিহীন।
প্ৰকৃতিত আপুনি মহত্তত্ব যায় লীন ॥
ঈশ্বৰৰ লীলাত জগতে নাশ হয়।
কটাক্ষতে কোটী কোটী ব্ৰহ্মাণ্ডবো লয় ॥
পুৰুষ প্ৰকৃতি বৃত্তিহীন হুয়া থাকে ॥
জ্ঞানীগণে প্ৰকৃত প্ৰলয় বোলে আকে ॥

(দ্বাদশ, ১৬৮—১৭০)

৯। পৰম অতৰ্ক গতি কাল ঈশ্বৰৰ।
দৈৱৰ অধীন সমাগম বান্ধৱৰ ॥
কৈৰ পৰা আনি জীৱ কৰে এক ঠাই।
ক্ষণেকতে পুনুহো পেহলাৱে বিহড়াই ॥
জলৰ বেগত এক থান হোৱে যেন।
ক্ষণেক থাকিয়া ক্ষণেকতে মিলে যেন ॥

সেহিমত সংযোগ বিয়োগ সুহৃদৰ ।
ঈশ্বৰৰ বশ্য কেহো নোহে স্বতন্তৰ ॥

( কুৰুক্ষেত্ৰ, ৯৪—৯৫ )

১০। কাল ঈশ্বৰৰ চেষ্টা বুজন নযায় ।
সংযোগ বিয়োগ মিলে ঈশ্বৰ ইচ্ছায় ॥
বন্ধু বান্ধৱক আনি কৰে এক ঠাই ।
তিলেকতে পুনহো পেহ্লাৰে বিহৰাই ॥
যেন মিলে মহা মেঘ সমুহ আকাশে ।
ক্ষণেক থাকিয়া উৰে প্ৰচণ্ড বতাসে ॥
যেন তৃণ লতা যত পৃথিবীৰ ধূলি ।
একত্ৰে নাথাকে উড়ুৱাৱৈ বায়ু তুলি ॥
সেহিমত সমাগম বন্ধু-বান্ধৱৰ ।
কালৰ অধীন সবে নোহে স্বতন্তৰ ॥

( কুৰুক্ষেত্ৰ, ১৪৪—১৪৬ )

## মোক্ষ

১। মোক্ষকেসে বুলি জানা আত্যন্তিক লয় ।
ব্ৰহ্মজ্ঞানী দেখে জগতক ব্ৰহ্মময় ॥
বুদ্ধিমন ইন্দ্ৰিয় মহত্তৱ অহঙ্কাৰ ।
ব্ৰহ্মত পৃথক নুহি যতেক সংসাৰ ॥
ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখা আন ।
জৰীত উপজি যেন আছে সৰ্পজ্ঞান ॥
জাগন সোপন বুদ্ধিৰেসে বৃত্তিচয় ।
নানাবিধ দেখা যিটো সবে মায়াময় ॥

ক্ষণকেতে ওপজে ক্ষণেকে নাশ হয় ।
সমস্তে অৱস্থা যেন টাটকৰ নয় ॥
যেন আকাশত মিলে সংহত মেঘৰ ।
ক্ষণেকে থাকিয়া হোৱে ক্ষণেকে অন্তৰ ॥
ব্ৰহ্মতো জগত ৰাজা জানা সেহিনয় ।
উপজিয়া ব্ৰহ্মত ব্ৰহ্মতে যায় লয় ॥
একে ব্ৰহ্ম আছে সৰ্ব্ব দেহত প্ৰকটে ।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে ॥
জলত সূৰ্য্যক যেন দেখি ভিনে ভিন ।
এহিমতে জানিবা ব্ৰহ্মতো ভেদহীন ॥
কঙ্কণ কুণ্ডল ঘট গঢ়ে হেমহাৰ ।
একে সুৱৰ্ণত দেখি অনেক আকাৰ ॥
সেহিমতে একব্ৰহ্ম জানে শুদ্ধ সিদ্ধ ।
অজ্ঞানত বাক্য বোলে তাঙ্ক বহুবিধ ॥
সূৰ্য্য-ৰশ্মি হোৱে যেন মহা মেঘগণ ।
সূৰ্য্য-অঙ্গ চক্ষুক তথাপি কৰে ছন্ন ॥
ব্ৰহ্মৰে স্বৰূপ অহঙ্কাৰ যদি হয় ।
ব্ৰহ্ম-অংশ জীৱক তথাপি আৱৰয় ॥
যেন মেঘ গৈলে চক্ষু সূৰ্য্যক নিৰেখে ।
অহঙ্কাৰ গুচিলে ব্ৰহ্মকো জীৱে দেখে ॥
মায়া এবে আপুনি বুদ্ধিৰ গুচে ভ্ৰম ।
নিৰ্ম্মল হৃদয় জীৱে দেখে পৰংব্ৰহ্ম ॥
যি কালত জ্ঞান অস্ত্ৰে ছেদে অহঙ্কাৰ ।
ছিগে কৰ্ম্ম-বন্ধ তেৱে জীৱে আপোনাৰ ॥
হৃদয়ত পৰম আনন্দ হোৱে জাত ।
পৰিপূৰ্ণ আত্মা লোৱে মনত সাক্ষাত ॥

দেহকো নেদেখে জীৱে হোৱে ব্ৰহ্মময়।
ইহাকে বুলিবা ৰাজা আত্যন্তিক লয়॥

( দ্বাদশ, ১৭১—১৮০ )

২। যিটো ভুঞ্জি নিজ কৰ্ম্মৰ বিপাক
তোমাৰ কৃপাক চাৱে।
কায়বাক্য মনে তোমাকেসে সেৱে
সেইসে মোক্ষক পাৱে॥

( দশম, ৪৯৪ )

## মুক্তি

১। ছাড়ি মিছা মায়াময় নিজ ব্ৰহ্ম ৰূপ হয়
মুকুতি বুলিয় তাকে ভূপ॥

( দ্বিতীয়, ১৫০ )

২। যিটো জন যায় মাধৱৰ নাম ধৰি।
পাছে পাছে ফুৰে দেৱদেৱী তুতি কৰি॥
মূৰ্ত্তিমন্ত হুয়া পাঞ্চ প্ৰকাৰ মুকুতি।
মোক লৈয়ো বাপ বুলি কৰন্ত কাকুতি॥

( একাদশ, ১৯৩১৬ )।

৩। ভাই! মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥

( কীৰ্ত্তন ঘোষা, ১১৩ )।

৪। দৈৱকী উদৰে উদয় যোহি দেৱা
কয়লি ভকতক ত্ৰাণ।
অঘ বক ধেনুক কেশী সবংশক
কংসক ধ্বংসল প্ৰাণ॥

বিৰিন্দা বিপিন বিহাৰ বিশাৰদ
সাৰদ চন্দ্ৰ সমান।
সোহি জগত গুৰু তেৰি সততে কৰু
মুকুতি মঙ্গল বিধান॥

( কালীয়দমন যাত্ৰা, মুক্তি মঙ্গল )।

৫। মীনৰূপে প্ৰলয় পয়সি
সত্যব্ৰত যো তাৰিলে।
কুৰ্মৰূপে ক্ষীৰ সাগৰ
মথনে যো ধাৰিলে॥
শূকৰ ৰূপে হিৰণ্য বিদাৰি
দেৱভয় কয়ো ত্ৰাণ।
সোহি হৰি তেৰি কৰতু নিত্য
মুকুতি মঙ্গল বিধান॥

( কে: গো: নাট )

৬। পৰম ঈশ্বৰ কৃষ্ণ দেৱ ভগৱন্ত।
আপুনি সৱাংশে কৰি প্ৰকাশ ভৈলন্ত॥
দ্বেষ কৰে কৃষ্ণক হুহিবা স্নেহ কৰে।
এতেকতে কৃষ্ণৰ সাৰূপ্য পাৱে নৰে॥

( ৰত্নাকৰ, ৩৪৬ )

৭। হোৱে অতি চিত্ত বিষয় আকাৰ
বিষয়ক ধ্যান কৰি।
সেহিমতে মোৰ স্বৰূপ পাৱয়
চিত্তে মোক সদা স্মৰি॥

( ৰত্নাকৰ, ৩৭৯ )

৮। দুৰাচাৰ ভক্তে মুকুতি পাৱয়
কহিলো আক নিশ্চয়।

সদাচাৰ ভক্তে মুকুতি পাইবেক
কিকৈবে আত লাগয় ॥

( ৰত্নাকৰ, ৬৬০ )

৯। নলাগে লীন মুকৃতিকো তথা।
নাহি হৰি পদ পঙ্কজ যথা ॥

( কীৰ্ত্তন ১১৪ )

১০। ধৰ্ম্ম কৰ্ম্ম কাম যিটো অভিলাষে
যি চাৰে মোক্ষৰ পথ।
সিয়ো হৰিনাম কীৰ্ত্তন কৰিসে
পাৰে সৰ্ব্ব মনোৰথ ॥

( কীৰ্ত্তন, ২০২ )

১১। মোক্ষপদ জগত ঈশ্বৰ।
কৰো পড়ি প্ৰণাম কিঙ্কৰ ॥
তুনাই তুনাই কৰো নমস্কাৰ।
কৰা প্ৰভু আমাক উদ্ধাৰ ॥
তুমি দিয়া ভুকুতি মুকুতি।
কৰো সেৱা সেহিসে যুগুতি ॥

( কীৰ্ত্তন, ২২৪২—৪২ )

১২। দেৱৰো ঈশ্বৰ হৰি তাস্তে মহা যত্ন কৰি
লৱে এক শৰণ সাক্ষাত।
যাৰ ইচ্ছা মোক্ষ পাইবে নলাগে দূষক যাইবে
আচ্ছা হৰি সবাৰ হিয়াত ॥ ( কীৰ্ত্তন, ২৩২৪ )

১৩। তোমাৰ ভক্তৰ মুখে তযু কথামৃত।
শ্ৰৱণ কৰিতে নপাই যিটো মুকুতিত ॥
কদাচিতো সিটো মুকু'তিক বাঞ্ছা নাই।
মাগো এক বৰ মই তোমাত গোঁসাই ॥

( ৰত্নাকৰ,—২২২—২২৩ )

১৪। সকামী সকল পাৱে কৰ্ম্মফল
হৰিৰ নাম কীৰ্ত্তনে।
নামৰ কীৰ্ত্তনে মোক্ষ পদ পাৱে
যতেক মুমুক্ষু জনে॥

( ৰত্নাকৰ, ২৭৭ )

হেন ভগৱন্ত অনন্তক এড়ি
মুকুতিক বাঞ্ছা মনে।
আনক আশ্রয় কৰিবেক গৈয়া
কোননো মুমুক্ষ জনে॥

( ৰত্নাকৰ, ২৮৫ )

১৫। দুই গুটি অক্ষৰ হৰি নামক যিজন।
একবাৰ মুখে মাত্র কৰিলে কীৰ্ত্তন॥
এতেকে মোক্ষক যাইবে ভৈলা কাচপাৰ॥
হৰিৰ নামৰ মহা মহিমা অপাৰ॥

( ৰত্নাকৰ, ২৯২—২৯৪ )

১৬। কৰিয়া কলিত কীৰ্ত্তন আতি।
পাৱে বৈকুণ্ঠক চৌত্রিশ জাতি॥ ( কীৰ্ত্তন, ৭৩ )
কেৱল কীৰ্ত্তনে সংসাৰ তৰি।
বান্ধ ছিণ্ডি হোৱে আপুনি হৰি॥ ( কীৰ্ত্তন, ৭৬ )

১৭। ৰাম নাম যিটো সততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে॥ ( কীৰ্ত্তন, ৭৮ )

১৮। মুকুতি বসকো স্রৱে ভকতি।
তাক এড়ি কৰে জ্ঞানত ৰতি॥
দুঃখ মাত্র পাৱে পাছেসে জানে।
কাঠ পতানক যেন বাহনে॥

( কীৰ্ত্তন, ১২৭ )

১৯। ব্যাভিচাৰী দুষ্টা ব্ৰজ যুৱতী।
তথাপি কৃষ্ণত ভৈল ভকতি।
জানিলো পাপীয়ো ভজোক মাত্ৰ।
এতেকে ভৈল মুকুতিৰ পাত্ৰ॥ (কীৰ্ত্তন, ১২৯)

২০। দোষৰ নিধান কলি যুগ আত
এক মহা গুণ আছে।
কেৱলে কীৰ্ত্তনে সংসাৰৰ বন্ধ
এড়াই মোক্ষ পাৱে পাছে॥
(কীৰ্ত্তন, ২০৯)

২১। হৰি হেন ইটো দুগুটি অক্ষৰ
উচ্চাৰিয়ে একবাৰ॥
মোক্ষৰ পথক পাইবাক লাগিয়া
সিয়ো ভৈলা কাছপাৰ॥
(কীৰ্ত্তন, ২১৩)

২২। দেৱৰ দুৰ্ল্লভ ইহেন জন্মক
বৃথা কথা কোন কামে॥
গৃহতে থাকিয়া হৰিক স্মৰিয়া
মোক্ষ সাধা হৰিনামে॥
(কীৰ্ত্তন, ২১৫)

২৩। ব্ৰাহ্মণ চণ্ডাল চোৰ দাতা ক্ৰুৰ শান্ত।
সবাত আমাক তুমি দেখিবা নিতান্ত॥
তেজি লাজ গৰ্ব্ব মান হুৱা উপশাম।
সমস্তকে দণ্ডৱতে কৰিবা প্ৰণাম॥
সমস্ত ভূতত মোক নেদেখাহা যেৱে।
কায়বাক্য মনে যত্নে উপাসিবা তেৱে॥
সবাতে ঈশ্বৰ দৃষ্টি ভৈলা আসি যেৱে।
গুচিবে সংশয় কৃতকৃত্য হুইবা তেৱে॥

সৰ্ব্ব সাধনতে ইটো মহা মুখ্যত্তম।
ইটো মোৰ সম্মত জানিবা নৰোত্তম ॥
আছন্ত বহুত যদি মোক্ষৰ উপায়।
মোক্ষত্তম পাঠ আত পৰে আন নাই ॥

( ৰত্নাকৰ, ৪৯২—৪৯৪ )

২৪। তোমাৰ পাৰত লৈলে যিজনে শৰণ।
তযু গুণ-নাম কৰে শ্ৰৱণ-কীৰ্ত্তন ॥
মোক্ষ প্ৰসাদক প্ৰভু তোমাত নমাগে।
ছাৰ স্বৰ্গ সুখ কোন তাসবাৰ আগে ॥

( কীৰ্ত্তন, ২৬১ )

২৫। যক্ষ ৰক্ষ স্ত্ৰী শূদ্ৰ যত ব্ৰজবাসী।
পক্ষী মৃগ বিষ্ণু ভৈল কৃষ্ণক উপাসি ॥

( কীৰ্ত্তন, ৩৬২ )

২৬। তোৰ যশ ব্যাপিবে জগতে।
ৰাত্ৰি দিনে মোক সুমৰন্তে ॥
সবে কৰ্ম্ম-বন্ধ হৈব হীন।
অন্তকালে মোতে যাইবা লীন ॥

( কীৰ্ত্তন, ৪৫৫ )

২৭। নমাগোহো সুখ ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥

( কীৰ্ত্তন, ৫২৩ )

২৮। যিটো পদৰজ ভকতে পাই।
এড়ি সাৰ্ব্বভৌম পদতো দায় ॥
স্বৰ্গ ব্ৰহ্মপদে নকৰে বাঞ্ছা।
নকৰন্ত যোগ সিদ্ধিকো ইচ্ছা ॥
মোক্ষতো অভিলাষ নাহি হৰি।
তোমাৰ চৰণ ৰেণুক এড়ি ॥ ( কীৰ্ত্তন, ৭৯১—৭৯২ )

২৯। কলিযুগে ইটো মহা উপায়।
হৰিনাম লৈলে মুকুতি পায়॥
বেদান্তৰো তত্ত্ব শুকৰ বাণী।
জানি হেলা এড়া সমস্তে প্ৰাণী॥

( কীৰ্ত্তন, ৬৪৮—১৬৭৯ )

৩০। তোমাৰ ভক্তৰ সঙ্গ পায়া অনুপম।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কৰে তৃণ সম॥

( কীৰ্ত্তন, ১৬৫৮ )

৩১। বিষ্ণুময় দেখে যিটো সমস্তে জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥ ( কীৰ্ত্তন, ১৮২৪ )

৩২। নমো নমো যোগেশ্বৰ হৰি।
ভৃত্যক শিখায়ো ভাল কৰি॥
মুক্ত অৱস্থাতো মোৰ মন।
নেড়ে যেন তোমাৰ চৰণ॥ ( কীৰ্ত্তন, ১৮৩৫ )

৩৩। তুমি দিয়া ভুকুতি মুকুতি।
কৰো সেৱা সেহিসে যুগুতি॥ ( কীত্তন ২০৪২ )

৩৪। কৃষ্ণৰ কিঙ্কৰে কহে হৰিনামে পাপ দহে
ৰাম নাম সবাতো অধিক।
যিটো জনে নাম স্মৰে সকল পাতকে তৰে
অনায়াসে পাৱে মুকুতিক॥ ( কীৰ্ত্তন, ২৩২৫ )

৩৫। কলিত পৰম উপায় নাম।
একদা সিজয় ত্ৰিতয় কাম॥
ওপজে পুণ্য পাপ হোৱে দূৰ।
মিলে মহা মোক্ষ সুখ প্ৰচুৰ॥ ( কীৰ্ত্তন, ২৩৩৮ )

৩৬। মৃত্যুকালে যাৰ ধ্যেয় ভৈল ভগৱন্ত।
আপোনাৰ স্বৰূপক তাহাক দিয়ন্ত॥ ( ৰত্নাকৰ, ৭৩৪)

৩৭। নামে সাধে যাৰ যেনমত অভিলাষ।
যিবা মোক্ষ চাহে বৈকুণ্ঠত দেন্ত বাস ॥
জ্ঞানীৰো জানিবা হৰিনামে মোক্ষ ফল।
নাহিকে নামত পৰে পৰম মঙ্গল ॥

(দ্বিতীয়, ৭১৪—১৫)

---

## সংসাৰ

১। প্ৰকৃতি আশ্ৰয়ী আছে আদি বৃক্ষ
সুখ দুঃখ দুই ফল।
তিনিগুণ মূল অৰ্থ চাৰি ৰস
শিপায়ে ইন্দ্ৰিয় বল ॥
ছয় উৰ্ম্মী আত্মা সাত ধাতু ছাল
শাখায়ে আঠ প্ৰকৃতি।
দশ বায়ু পাত ঈশ জীৱ দুই
পক্ষী থাকে তাত নিতি ॥
হেনয় প্ৰকৃতি বৃক্ষ তোমাতেসে ওপজয়
মহা জ্ঞানীগণে তাক জানে।
মায়ায়ে মোহিত মন যিটো অপণ্ডিতগণ
তোমাক বিবিধ কৰি মানে ॥

(দশম, ৬১—৬৩)

২। মহা মনোৰথ পৰম্পৰা অতিশয়।
হেনয় সংসাৰ মনতেসে হন্তে হয় ॥

জীৱৰ সংসাৰ আসি হোৱে অজ্ঞানত।
পাৱে জীৱে সংসাৰৰ দুঃখ নানামত॥

( ৰত্নাকৰ ভাঃ, ১০২৪- ২৫ )

৩। অসাৰ সংসাৰ ইটো দেখি মায়াময়॥
পুত্ৰ দাৰা ধন জন যত পৰিকৰ।
হেন জানা সবে শোক-সন্তাপৰ ঘৰ॥
ক্ষেণেকে সংযোগ হৱে ক্ষেণেকে বিয়োগ।
মিছা বিষয়ত কিছু নাহি সুখ ভোগ॥
যেন ফেণসব হোৱে উঠি একঠাই।
জলৰ বেগত বাজি তিলেকে মিলাই॥
বান্ধৱৰ সমাগম তেহুয় অথিৰ।

( ৰামায়ণ, উত্তৰা কাঃ )

৪। বিপুল অগনি ইটো অপাৰ সংসাৰ।
শোক দুঃখ ভয় আত তপত আঙ্গাৰ॥
বিষয় বিষৰ মাংস আছে আৰ মাজে।
তাত জাম্প দেই যেন বিড়াল নিলাজে॥

( একাদশ, ১৯৭১৪—১৫ )

৫। কাৰ পুত্ৰ ধন-জন নিমিষেকে হৱে ছন্ন
শৰীৰ ক্ষণিক সমুদায়।
জলৰ পাকত বাজি একস্থান হোৱে জাজি
কতোক্ষণে এৰাএৰি হুই।
বান্ধৱৰ সমাগম জানিবাহা সেই সম
অসাৰ সংসাৰ কিছু নুই॥

( অষ্টম, ৯৫০ )

৬। নাহিকে কিঞ্চিত সুখ অসাৰ সংসাৰ।
যেন বিষলতা ফল-ফুলে জাতিষ্কাৰ॥

প্ৰথমে মধুৰ পাইলে বিষ লাগে পাছে।
নজানি বৰশী গিলি মৰে যেন মাছে॥
সেহিমতে পুত্ৰ-দাৰা বিষয়ৰ সুখ।
আহাৰ বিয়োগে উপজিবে মহা দুঃখ॥

( একাদশ )

৭। অসুখ সংসাৰ আকে সুখ মনে মানি।
কৰিলো আসক্তি মই হেনয় অজ্ঞানী॥
দিয়োক মাধৱ তযু জ্ঞান আৰে মোক।
দুঃখময় সংসাৰক স্মৰয় নহৌক॥

( ৰত্নাকৰ ভাঃ, ৬৯৮ )

৮। মহা মনোৰথ পৰম্পৰা অতিশয়।
হেনয় সংসাৰ মনতেসে হন্তে হয়॥
জীৱৰ সংসাৰ আসি হোৱে অজ্ঞানত।
পাৱে জীৱে সংসাৰৰ দুঃখ নানামত॥
গুৰুৰূপ বাসুদেৱ ভকতি মাত্ৰকে।
সংসাৰ উচ্ছেদ আসি হোৱয় এতেকে॥

( ৰত্নাকৰ, ১০২৪—২৫ )

৯। হৰি ৰাম হৰি ৰাম ঘোষিয়ো ভাই
সংসাৰ সাগৰে তৰ।
ৰামপাৱ নাৱ কাষতে আছয়
মিছায়ে বুৰিয়া নৰ॥

( কীৰ্ত্তন ঘোষা, ৫৬ )

১০। ৰাম পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে।

( কীৰ্ত্তন ঘোষা, ৬৮ )

১১। মোহন দেহু দৰিশন গোপাল প্ৰাণ
পেখো মুখ কমল।
সংসাৰ তাৰণ তেৰি চৰণ
নভজি জন্ম বিফল॥

( কীৰ্ত্তন ঘোষা, ৭৫ )

১২। স্বামী মোক পাৰ কৰা করুণাসিন্ধু।
সংসাৰ সাগৰে আউৰ আন গতি॥
নাহিকে মাধৱ বান্ধৱ তোমাত পৰে।

( কীৰ্ত্তন ঘোষা, ১৩৬ )

১৩। ৰাম হৰি করুণাময় তোমাৰ চৰণে ভজো।
স্বামী তুমাই যেন সংসাৰে নমজো॥

( কীৰ্ত্তন ঘোষা, ২৪০ )

১৪। ও হৰি প্ৰভু জগন্নাথ—
নিস্তাৰ কৰা দারুণ সংসাৰে।
কৃষ্ণৰ চৰণ ছাড়ি আন গতি—
নেদেখো হানাৰে॥

( কীৰ্ত্তন ঘোষা, ১৮১ )

১৫। বান্ধৱ মাধৱ উদ্ধাৰা বাপ।
কতনো সহিবো সংসংৰ তাপ॥

( কীৰ্ত্তন ঘোষা, ১৯৫ )

১৬। সংসাৰ সাগৰ ইটো পৰম দুস্তৰ।
ইহাত পৰিয়া জীৱ আছে নিৰন্তৰ॥
তিনিবিধ দুঃখে ভৈলা দাবানল প্ৰায়।
কৰে অতিশয় পীড়া জীৱক সদায়॥
হেন ভৱ-সিন্ধু তৰিবাক যিটো চাই।
কৃষ্ণ-লীলা কথা বিনে আন নৌকা নাই॥

( ৰত্নাকৰ, ২৫২—২৫৩ )

১৭। অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবো কাহেৰি সাৰ॥
কমল দল জল চিত্ত চঞ্চল
থিৰ নোহে তিল এক।
নাহি ভয়ো ভৱ ভোগে হৰি হৰি
পৰম পদ পৰতেক॥

(বৰগীত, ১৭)

১২। সংসাৰ গৰ্ত্তে পৰি আছে লোক।
মোহত অন্ধ নেড়ায় দুঃখ শোক॥
কাল ভূজঙ্গে দংশি লৱে প্ৰাণ।
কৃষ্ণ বিনে কোনে কৰিবে ত্ৰাণ॥

(কীৰ্ত্তন, ২৩৩৩)

১৯। সংসাৰ চক্ৰত চিৰকাল ভ্ৰমো
তোমাত নভৈল বোধ।
একোৱে প্ৰকাৰে সুখ শান্তি নাই
নিজিনিলো কাম ক্ৰোধ॥
প্ৰণত পালক তোমাৰ চৰণে
লৈলোহো আৱে শৰণ।
ভয় শোক মৃত্যু গুচয় যিমতে
ৰক্ষা কৰা নাৰায়ণ॥

(কীৰ্ত্তন, ১৩৮৯—১৩৯০)

———

# বিষয়

১। বিষয় বিষটৰ বিযে জৰজৰ
জীৱন নাৰহে থোৰ।
কমল দলজল চিত্ত চঞ্চল
ঠিৰ নোহে তিল এক।
নাহি ভয়ো ভৱ ভোগে হৰি হৰি
পৰস্পৰ পৰতেক ॥

( বৰগীত, ১৭ )

২। ক্ষণিক জীৱন মিলিব মৰণ
গিলিবেক ধৰি কালে।
ইটো নৰতনু নেনা আলে জালে
বিষয় মিছা জঞ্জালে ॥
যেন বিষ-লতা- চয় ফুল-ফলে
আছে জকমক কৰি।
প্ৰথম দেখন্তে সুন্দৰ পাছত
পৰশিলে যায় মৰি।
সেহি মত ইটো পুত্ৰ দাৰা ধন
বিষয়ৰ যত সুখ।
প্ৰথমে আনন্দ মিলান্ত পাছত
গুণন্তে পৰম দুঃখ ॥
যত দেখা ধন শৰীৰ সজ্জন
মৰিলে লগে নাযায়।
হৰিৰ ভকতি পৰম সম্পত্তি
ইহ পৰলোকে পায় ॥

( দশম, ৫১১—৫১৩ )

৩। বিষয় বিলাসে নিলে ইহেন জন্মক।
ছাইৰ অৰ্থে পোলা কিয় জাতি-চন্দনক॥
মহামণি ৰত্ন যেন সম মুহি মোলে।
তাকো সলাই আনি কাঞ্চমণি পিন্ধে গলে॥
.একে কাকমাংস সিও আঢ়া কুকুৰৰ।
অতি অল্প সিও দেখা মুহিসে বিস্তৰ॥
তাকো মহা প্ৰৱন্ধ কৰিয়ো নপাই লাগ।
যদি পাৰে তাকো আসি আনে খোজে ভাগ॥
সেহি মত বীভৎস বিষয় যত সুখ।

( ৰামায়ণ, উত্তৰা কাণ্ড )

৪। বিষয়ৰ সুখ যত দুঃখ সে অন্তত।
মহা আপদৰ ঘোৰ ইটো দেহ যত॥

( ৰত্নাকৰ, ১০১৩ )

৫। জল বুদবুদ যেন অথিৰ জীৱন॥
ধন জন বন্ধু যত পুত্ৰ প্ৰাণ জায়া।
সমস্ত অৱস্তু যেন ইন্দ্ৰজাল-মায়া॥
দুঃখময় সংসাৰত সৌকাৰ্য্য কিঞ্চিত।
বিষ কলসৰ যেন মুখত অমৃত॥
হেন বিষয়ত কেনে কৰাহা বিশ্বাস।
অমৃতক তেজি যেন বিষ কৰা গ্ৰাস॥
পৰম অজ্ঞানী যেন কিবাত সকলে।
মুকুতাক তেজি গুঞ্জমণি পিন্ধে গলে॥
হৰি ভক্তি এৰি যিটো আন কৰ্ম্ম কৰে।
জানিবা পাইলেক তাক তেন পটন্তৰে॥

( দশম, ২৩০২—২৩২২ )

৬। বিষয়ৰ সুখ মত দুঃখসে অন্তত।
মহা আপদৰ ঘৰ ইটো ভোগ যত ॥
বহু ধন ভৈলে হোৱে মৃত্যুসে বিস্তৰ।
আছয় আগতে শোক সমস্তে লোকৰ ॥

( ৰত্নাকৰ ভাঃ, ১০১৩ )

৭। বিষয় বিলাস
ওহি ভৱ-পাশ
তেজু অভিলাষ
কৰু হৰি নামে সুদৃঢ় বিশ্বোৱাস ॥

( ভক্তিমা, পত্নী প্ৰসাদ নাট )

৮। ও হৰি ৰাম নাৰায়ণ যাদৱানন্দ
দূৰ কৰা মোৰ মায়া।
বিষয় ব্যাধিৰ ঔষধ মাগো
ভকতি অমিয়া ॥ ( কীৰ্ত্তন, ৩৬ )

৯। অথিৰ জীৱন ধন যৌৱন দেহ।
সুহৃদ সোদৰ সুত কিছু নোহে কেহ ॥
পেখিতে অমিয় ৰস বিষ পৰিণাম।
তথিয়ে মজালোঁ মন মেৰি ৰাম ॥
নিৰমিল বিষ-বিম্বু কামিনী লোহ।
তাসু পৰল মেৰি এমন মোহ ॥
তাকৰ ছোৰাইতে সখ নাহি থিক।
গুৰুৱা মনোৰথ বাঢ়লি ধিক ॥

( বৰগীত, ১৫ )

১০। যি কাৰ্যে আকুল মন ইটো ভাৰ্য্যা পুত্ৰ ধন
নাটেক টাটেক সবে মায়া।
তিলেক সংযোগ হুই তিলেকতে কিছু নুই
চঞ্চল মেঘৰ যেন ছায়া ॥ ( ষষ্ঠ, ১৪ )

১১। পশু শৰীৰতো আছে জানা ইটো
বিষয়ৰ যত সুখ।
যিটো ধীৰ হয় তেজিয়া বিষয়
তৰোক সংসাৰ দুঃখ॥

( ৰত্নাকৰ ভাঃ, ৩৮ )

১২। সুত বিত্ত জায়া বিষয় জঞ্জাল
ছিণ্ডা মোৰ মোহ-জৰী।
তোমাৰ চৰণ নিতান্তে চিন্তিয়া
ফুৰো কৃপা কৰ, হৰি॥

( কীৰ্ত্তন ১৮২০ )

১৩। নাৰায়ণ! চৰণে কৰোহো গোহাৰি,
বিষয় বিলাস—পাশে ছান্দি ইন্দ্রিয়
মোহি ওহি লুটে বাটোৱাৰি॥ ধ্রুং॥
পদ—নাসা গন্ধ মধুৰ ৰস ৰসনা
শ্রৱণা বিবিধ ধ্বনি ধাৱে।
নয়না ৰূপ পৰশ ত্বচ চাহে
কাহে ভজোকোঁ প্ৰভু! পাৱে॥

( বৰগীত, ১৫ )

---

## গৃহ-বাস

১। ইটো গৃহ-বাস বন্দীশাল যেন দেখা।
পুত্র-দাৰা ধন-ৰত্ন যেন জল-ৰেখা॥
মহা মোহি-নিহলক ভাঙ্গন নযায়।
কাম-ক্রোধে পাই আত নিতে কৰে টাই।

নানাবিধ ব্যাধি কণ্ঠা-ছিঙ্গে * অপমান।
এহিমতে নিকাৰ ভুঞ্জন্তে যায় প্ৰাণ॥
আতে শতগুণ দুঃখ ঘোৰ যমপুৰ।
দূতৰ হাতত দুইবে সবে বুদ্ধি চুৰ॥

( ভক্তি প্ৰদীপ, ২৯১-২৯৩ )

২। যিটো জ্ঞানী জিতেন্দ্ৰিয় আত্মাত ৰময়।
গৃহ-বাস দোষে বা তাহাঙ্ক কি কৰয়॥

( ৰত্নাকৰ ভাঃ, ৫৮২ )

৩। কৃষ্ণ কথা শুনা সৰ্ব্বজনে।
উদ্ধাৰিয়ো কৃষ্ণৰ কীৰ্ত্তনে॥
মোক্ষ পাইবা গৃহবাসে থাকি।
জানি হৰি হৰি বোলা ডাকি॥

( কীৰ্ত্তন, ১৮৫৪ )

---

## দুবিধ ধৰ্ম্ম

১। বোলন্ত দুইবিধ ধৰ্ম্ম আছয় লোকৰ॥
স্বৰ্গাদিৰ অৰ্থে যত কৰে ধৰ্ম্মগণ।
সেই ধৰ্ম্ম জানিবাহা প্ৰবৃত্তি লক্ষণ॥
যিটো ধৰ্ম্মে মাধৱত ভকতি হোৱয়।
আকেসে পৰম ধৰ্ম্ম বুলিয় নিশ্চয়॥

( ৰত্নাকৰ ভাঃ, ৮৭৪ )

---

* কণ্ঠা-চেঙ্গি=পাঠান্তৰ।

## (ক) প্ৰবৃত্তি পথ

১। বোলন্ত শুনিলা যিটো প্ৰবৃত্তি পথক তুমি
বেদে তাক নিবাৰ কৰয় ।
অনৰ্থৰ হেতু মাত্ৰ কেৱলে প্ৰবৃত্তি পথ
কহোঁ শুনিয়োক মহাশয় ॥
বিষয়ক গুণ বুদ্ধি কৰিলাত পুৰুষৰ
হোৱে তাত অতি আসকতি ।
নানা কাম মনোৰথ হোৱে পাছে অতিশয়
ক্ষেণেকো নাহিকে সুস্থমতি ॥
সিটো কাম মনোৰথ ভঙ্গ কৰে যিটো নৰে
তাৰ লগে কন্দল লাগয় ।
উপজে দুস্সহ ক্ৰোধ গুচয় সকলো বোধ
শীঘ্ৰে আসি অজ্ঞানে গ্ৰাসয় ॥
কিবা কাৰ্য্য ভাল মন্দ একো আৰ নজানয়
হোৱে আসি অসন্ত সমান ।
পুৰুষাৰ্থ হোৱে হানি মৰা তুল্য সিটো প্ৰাণী
কহিলো তোমাত বিদ্যমান ॥
বিষয়ত অতিশয় নিমজিল মন যাৰ
সিটো আৰ একো নজানয় ।
বৃক্ষৰ জীৱন যেন মৃত্যুকৰ তুল্য সিটো
ভাথি যেন নিশ্বাস কাঢ়য় ॥

( ৰত্নাকৰ ভাঃ, ৯৪২—৯৪৪ )

---

## (খ) নিবৃত্তি পথ

১। নিষ্কাম ভকতি একো বিঘ্নি নপাৱয় ।
একান্তিক শ্ৰেয়স ইহাকে বুলি কয় ॥

নিবৃত্তি লক্ষণ এহি ধৰ্ম্ম মুখ্যতৰ।
হৰি ভকতিসে ফল সমস্ত ধৰ্ম্মৰ ॥
দুহিকে ধৰ্ম্মৰ অৰ্থ কাম আদি ফল।
হৰি-ভক্তি মহা ফল ধৰ্ম্মৰ কেৱল।

(ৰত্নাকৰ ভাঃ, ৮৭৫—৮৭৬)

---

## স্বৰ্গ-সুখ

১। স্বৰ্গৰ সুখত বহু বিঘিনি আছয়।
হোৱে নাশ স্বৰ্গ হন্তে জানিবা নিশ্চয় ॥
স্বৰ্গ-সুখ এতেকে নিষ্ফল অতিশয়।
বিঘিনি বৈগুণ্য আদি যদি দুহিকয় ॥
তথাপিতো নাশ দুঃখ অৱশ্যে আছয়।
সুনিশ্চিত ৰূপে যদি কৰ্ম্ম আচৰয় ॥
ইষ্টদেৱ ইন্দ্ৰাদিক যজ্ঞত যজয়।
নিজ পুণ্য সাধিয়া স্বৰ্গক চলি যায়।
দেৱে যেন ভুঞ্জে তৈতে দিব্য ভোগ পায় ॥
সৰ্ব্বভোগে সম্পূৰ্ণ বিমানে থাকে চড়ি।
গন্ধৰ্ব্ব সকলে গীত গায় তাল ধৰি।
দেৱ-স্ত্ৰীৰ মাজে কৰে অনেক বিহাৰ।
ফুৰে ৰঙ্গে বিমানে ইচ্ছায় আপোনাৰ ॥
নন্দনাদি স্থানে ক্ৰীড়া আনন্দে কৰয়।
আপুনি হৈবেক পাত তাকো নজানয় ॥
তাৱতেসে ক্ৰীড়ৈ মহা আনন্দে স্বৰ্গত।
যাৱত দুহিকে আসি পুণ্য সমাপত ॥

ভৈল ক্ষয় যেৱে সিটো নিজ পুণ্যচয় ।
মহা দুঃখে স্বৰ্গ-সুখ এড়িয়া পৰয় ॥
নাহিকয় ইচ্ছা স্বৰ্গ-সুখ এড়িবাক ।
তথাপিতো কালে আসি পেলাৱয় তাক ॥

( ৰত্নাকৰ ভাঃ, ৯৪৯—৯৫৫ )

২। স্বৰ্গতো নাহিকে সুখ দুঃখেসে কেৱল ।
স্বৰ্গৰ নিমিত্তে কৰ্ম্ম সকলে বিফল ॥
এহিমতে যিটো নৰ স্বৰ্গাদিৰ অৰ্থে ।
সদায়ে কৰ্ম্মত ৰতি কৰে মাত্ৰ বৃথে ॥
লৈয়া এক শৰণ কৃষ্ণক নভজয় ।
সংসাৰ তাপতে সদা পৰিয়া থাকয় ।

( ৰত্নাকৰ, ৯৫৭—৯৫৮ )

---

## বৈকুণ্ঠ

১। অনন্ত মহিমা আমাৰ খানৰ
কহো কিছু তাৰ গুণ ॥
নাহি তাত মায়া কালৰ বিক্ৰম
লোভ মোহ ক্ৰোধ কাম ।
সদায়ে আনন্দ মহা সুখময়
প্ৰসিদ্ধ বৈকুণ্ঠ ধাম ॥
ইন্দ্ৰিয়ৰ ভোগ স্বৰ্গ-সুখ মানে
কুৎসিত আতি বিনাশী ।
যিটো নিজ সুখ আত্মাৰ আনন্দ
বৈকুণ্ঠত মিলে আসি ॥

মোহোৰ সমান সুসিদ্ধ স্বৰূপ
ভকতে পাৱে তথাত।
নীল তনু পীত বস্ত্রে শোভে আতি
সমস্তৰে চাৰি হাত ॥
( অর্জ্জুনৰ প্রতি কৃষ্ণ—ভক্তি প্রদীপ, ২৯৫—২৯৬ )

২। বৈকুণ্ঠ নগৰ যেন শুনা পৰীক্ষিত।
যাত কৰি শ্রেষ্ঠলোক নাহি কদাচিত।
নাহি তাত কাম ক্রোধ লোভ মোহ ভয়।
আত্মজ্ঞানী হুয়া সৱে স্তুতিসে কৰয় ॥
কালৰ বিক্রম প্রকৃতিৰ গুণচয়।
বৈকুণ্ঠ পুৰত কদাচিতো নাহিকয় ॥
সর্ব্বক্ষণে অখণ্ড আনন্দ জয় জয়।
কেৱলে ভকতে তাত নিবাস কৰয় ॥
( দ্বিতীয়, ১৯৮—১৯৯ )

৩। ব্রহ্মাণ্ডৰ বাজ সিটো কৃষ্ণৰ নগৰ।
কদাচিতো নোহে নাশ জানা মুনিবৰ ॥
প্রপঞ্চৰ ভিতৰ নুহিকে সিটো থান।
ভক্তৰ নিমিত্তে কৃষ্ণে কৰিছা নির্ম্মাণ ॥
জ্ঞানকর্ম্ম যোগ যাগ তপস্যা আচৰে।
কদাচিতো বৈকুণ্ঠক নযায় সিটো নৰে ॥
( দ্বিতীয়, ৮১—৮২ )

———

## কর্ম্ম

১। বেদে যাক বিহিয়াছে তাকে বুলি কর্ম্ম।
বেদে যাক নিষেধিলে সেহিতো অকর্ম্ম ॥

বিহিত নাচৰি হয় বিকৰ্ম্ম পাতেক।
এহি তিনিবিধ কৈলো তোমাত প্ৰত্যেক ॥
বিকৰ্ম্ম অকৰ্ম্ম কৰ্ম্ম এহিতো ত্ৰিতয়।
বেদেৰেসে মত জানা লৌকিক নহয় ॥
যাক বেদ বোলে সিটো ঈশ্বৰ সাক্ষাত।
যিটো ঈশ্বৰত হন্তে হৈয়া আছে জাত ॥
ইহাৰ অৰ্থত মোহ হোৱে মহাজ্ঞানী।
বেদৰ তত্ত্বক পাইব আন কোন প্ৰাণী ॥

(নিমিনৱসিদ্ধ, ২০৭—২০৯)

২। কৰ্ম্মেসে ওপজে জন্তু কৰ্ম্মেসে প্ৰলয়।
সুখ দুঃখ শোক ভয় কৰ্ম্মেসে মিলয় ॥
আছন্তু ঈশ্বৰ যদি ফল-দাতা হোন্তু।
কৰ্ম্মীক পাৱন্ত অকৰ্ম্মীৰ কিছু নন্তু ॥
শুভাশুভ ভুঞ্জে লোক নিজ কৰ্ম্ম-ভাগে।
ইন্দ্ৰক পূজয় কিয় ইন্দ্ৰ কৈত লাগে ॥

(দশম, ১০০৬—৭)

---

## কৰ্ম্ম-যোগ

১। যিমত গহন কৰ্ম্ম শুনা পৰিচ্ছেদ।
শিক্ষা দেখ মূঢ়ক পৰোক্ষ বাদে বেদ ॥
স্বৰ্গ-সুখ আদি লোভ লগাই প্ৰথমত।
প্ৰৱৰ্ত্তান্ত অজ্ঞানীক সকাম কৰ্ম্মত ॥
ভুঞ্জিবো নিৰ্দ্দিষ্ট সুখ লভিয়া স্বৰ্গক।
হেনয় কামনা কৰি অৰ্চ্চে ঈশ্বৰক ॥
বাঢ়ে প্ৰীতি বেদৰ শুনিয়া ফল-শ্ৰুতি।
পাছে সেহি কৰ্ম্মে তাৰ সাধিবে মুকুতি ॥

যেন পিতৃ শিশুক লাড়ু লোভ দিয়য় ।
তাক পাইবো বুলি শিশু ঔষধ পিয়য় ॥
পাছে খণ্ড লাড়ুৱে গৰ্ভৰো ৰোগ হৰে ।
সেহিমতে অজ্ঞানী বেদৰ শিক্ষা ধৰে ॥
পাছে বেদে বোলে এড়া ইসৱ কামনা ।
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পণা ॥
সেহি কৰ্মে কৰাই বিষয়ত বিৰকতি ॥
উপজাইবে মাধৱত পৰম ভকতি ॥
পৰম অজ্ঞানী হয় যিটো দুষ্ট চিত্ত ।
ইসৱ নকৰে কৰ্ম্ম বেদৰ বিহিত ॥
যাইবে সিটো বিকৰ্ম্ম পাপতে অধোগতি ।
মৰি মৰি উপজিবে যাতনাক প্ৰতি ॥
হেন জানি নিৰাময় আপোনাৰ চিত্ত ।
কৰিব সাত্ত্বিক কৰ্ম্ম বেদৰ বিহিত ॥
ছাড়িয়া কামনা কৰি অৰ্পণা ঈশ্বৰে ।
পাইবেক পৰম তেৱে সিদ্ধি সিটো নৰে ।
সেহি কৰ্ম্মে কৰে জানা কৰ্ম্ম নিবাৰণ ।
ফল শ্ৰুতি মানে হোৱে ৰুচিৰ কাৰণ ॥

( নিমিনৱসিদ্ধ, ২১১—২১৭ )

২ । বোলন্ত পৰম অজ্ঞ ইটো লোকচয় ॥
কৰন্ত অসুখ কৰ্ম্ম সুখক ইচ্ছায় ।
আপোনাৰ কৰ্ম্মে আপুনিয়ে বন্ধ যায় ॥
ইহ পৰকালত ভোগ কৰি ৰতি ।
সংসাৰত ভ্ৰমি ফুৰে অতি মন্দমতি ॥

( ৰত্নাকৰ ভাঃ, ৪৩৭—৪৩৮ )

৩। ওঝা! সোজা পন্থ না হেৰি।
কোটি কৰম কায় হৰিকো নাহি পায়
পড়ল ভৱ বেৰি বেৰি ॥

( বৰগীত, ১৩ )

৪। নপাৱয় মোক যোগ যাগ যজ্ঞ দানে।
মহামন্ত্র জপি কোটি শত তীৰ্থ স্নানে ॥
নপাৱে আমাক একাদশী উপবাসে।
নকৰয় বশ্য মোক পৰম সন্ন্যাসে ॥
আন মৰ্ম্ম কৰিয়া মিছাত মৰে লোক।
ভকতৰ সঙ্গে শেষে মাত্র জানে মোক ॥

( একাদশ, ১৯২৯৭ )

৫। তীৰিথ বৰত তপ জপ যাগ যুগুতি।
মন্ত্র পৰম ধৰম কৰম কৰত নাহি মুকুতি ॥

( বৰগীত, ৯ )

৬। হৰিৰ ভকতি হীন যত কৰ্ম্মচয়।
জীৱক কেৱল মাত্র বন্ধন কৰয় ॥

( ৰত্নাকৰ ভাঃ, ৯০৫ )

৭। পাপত মগন হুৱা কৰ্ম্মক আচৰে গৈয়া
জানা সি কি পুণ্য সিজে তাৰ।
দুৰ্ঘোৰ কলিত ইটো মলমতি মনুষ্যৰ
একো বস্তু নাহি অধিকাৰ ॥
যেন সুৱৰ্ণক শুদ্ধ মৃত্তিকা নকৰে যদি
ধোৱে নিয়া অসংখ্যাত জলে।
খপন্তে খপন্তে যেবে বহ্নি অভ্যন্তৰ ভৈল
তেৱে সুৱৰ্ণক তেজে মলে ॥

এহিমতে তপ জপ যজ্ঞ যোগ আচৰিয়া
মিছাতেসে পাৱে মহা খেদ ।
যাৰত নিশ্চয় কৰি হিয়াত নাদৰে হৰি
সুহি তাৱে কৰ্ম্ম-বন্ধ ছেদ ॥
দেৱসব উপাসয় যদি যোগ অভ্যাসয়
কৰে স্নান সমস্তে তীৰ্থত ।
নাম জপ তপে বুদ্ধি সুহি অভ্যন্তৰ শুদ্ধি
কহিলো তোমাত ইটো তত্ত্ব ।
জগত ঈশ্বৰ হৰি তাঙ্কে হৃদি স্থিত কৰি
যিমতে পৰিত্ৰ হোৱে চিত্ত ॥

( দ্বাদশ, ১৪৩—১৪৫ )

৮। কেৱল কৰ্ম্মত মাত্ৰ বিশ্বাস যাহাৰ ।
হিয়াত থাকন্তে তুমি বিদূৰ তাহাৰ ॥
তোমাৰ গুণৰ মাত্ৰ শ্ৰৱণ-কীৰ্ত্তন ।
ইটো ধৰ্ম্মে সদা যাৰ ভৈল প্ৰবৰ্ত্তন ॥
অহঙ্কাৰ আদি তাৰ যদ্যপি থাকয় ।
তথাপি সাক্ষাত সিটো তোমাক পাৱয় ॥

( ৰত্নাকৰ ভাঃ, ৪৩০—৪৩১ )

৯। কৰ্ম্মৰ পুছিলা বাণী তাক শুনা মহামানী
যিটো নাম নধৰে আমাৰ ।
জনম গোৱাই বৃথা সুশুনে আমাৰ কথা
তাৰেসে কৰ্ম্মৰ অধিকাৰ ॥
দুষ্ট চিত্তে যিটো জন কথা বৃথা বৃথা মন
তাৰ কৰ্ম্ম সকলে বিফল ।
তিলেকো নাথাকে ৰই তেতিক্ষণে যাই বই
এওৱা ঘটৰ যেন জল ॥

ইটো কথা সাৰে সাৰ  জ্ঞানত কৰ্ম্মত আৰ
নকৰিবা বিশ্বাস কিঞ্চিত।
শ্ৰৱণ কীৰ্ত্তন কৰা  সুখে সংসাৰক তৰা
দিয়া মোৰ চৰণত চিত্ত॥
তপ জপ যজ্ঞ দানে  যিটো ফল মহাদানে
জ্ঞান বৈৰাজ্ঞত মহাফল।
যিটো হৰিনাম গাৱে  বসি সব সুখ পাৱে
দেখা সবে ভকতিৰ বল॥

(একাদশ, ১৯৩২৩—১৯৩২৫)

১০। সুৱৰ্ণৰ মল যেন অগ্নিসে হৰয়।
অগ্নি বিনা আন একো মতে মুগুচয়॥
সেহিমতে যোগীৰো অশুভ যত যত।
বিষ্ণুসে কেৱল তাক হৰন্ত সমস্ত॥
দুৰ্ব্বাসনা গুচাইতে যোগাদি নপাৰয়।
তপ জপ প্ৰাণায়াম দেৱ উপাসয়॥
প্ৰাণীত কৰয় মৈত্ৰী যত তীৰ্থ স্থান।
আনো নানা ধৰ্ম্ম যত জপ যজ্ঞ দান॥
আত্যন্তিক মনৰ শুদ্ধিক নলভয়।
হৰিক হৃদয়ে ধৰি যেন শুদ্ধি হয়॥

(ৰত্নাকৰ ভাঃ, ৭৩০—৭৩২)

১১। নছাড়ে কৰ্ম্মক শোক-দুঃখে প্ৰতি দিনে।
জ্ঞানতো নাহিকে গতি ভকতি বিহীনে॥

(একাদশ, ১৫২)

১২। হৰিৰ ভকতি হীন যত কৰ্ম্মচয়।
জীৱক কেৱলে মাত্ৰ বন্ধন কৰয়॥

(ৰত্নাকৰ, ৯০৫)

১৩। পৰম জ্ঞানৰ কৰ্ম্মত কৰিয়া
ভকতিসে শ্রেষ্ঠ আতি।
ভকতিসে কৰিলে পৰম পৱিত্ৰ
হোৱে মহা অন্ত্যজাতি ॥

( ষষ্ঠ, ৮১ )

১৪। স্বৰ্গতো নাহিকে সুখ দুঃখেহে কেৱল।
স্বৰ্গৰ নিমিত্তে কৰ্ম্ম সকলে বিফল ॥

( ৰত্নাকৰ ভাঃ, ৯৫৭ )

১৫। পাতকীৰো কৰ্ম্ম আছে শুনি মৰি ঘিণে।
নাই গতি কলিযুগে হৰিনাম বিনে ॥

( একাদশ, ১৯৩১৫ )

১৬। শৰীৰক মই বুলি জীৱ সৱে
সকাম কৰ্ম্ম আচৰে।
কৰ্ম্মগতি নানা দেহত ভ্ৰময়
আত্মাক নজানি মৰে ॥

( দশম, ১১৯৪ )

১৭। তিনিগুণময় জ্ঞান কৰ্ম্ম আদি যত।
সেহি কৰ্ম্মে বন্ধ হৈয়া জীৱে সংসাৰত ॥
ফুৰি থাকে নানা বিধ শৰীৰক ধৰি।
এৰাৱয় গুণক মোৰ ভকতি আচৰি ॥

( ৰত্নাকৰ ভাঃ, ৫০৪—৫০৫ )

১৮। কৰ্ম্ম কৰি সাধয় বিত্তাদি যত যত।
মুহিকে সুখৰ হেতু জানা স্বৰূপত ॥
ধনে পুৰুষক দুঃখ দেই নিৰন্তৰ।
আপোনাৰ মৃত্যুধন জানা সাৰত্তৰ ॥

কিবা প্ৰীতি সাধিবেক গৃহ পুত্ৰাদিত।
এহিহেতু অনিত্য থাকয় কদাচিত।

( ৰত্নাকৰ ভাঃ, ৯৯৮—৯ )

১৯। মায়ায়ে মোহিত হৈয়া কৰ্ম্মক বাখানে॥
বেদৰ পুষ্পিত বাক্যে মতি ভৈল যাৰ।
তপ-জপ যজ্ঞাদিক দেখিলেক বৰ॥
এতেকে তুষ্কৰ মহা কৰ্ম্ম প্ৰৱৰ্ত্তিল।
নজানিয়া হৰিৰ নামক নকহিল॥
অস্পষ্ট কঠিন মহা তুষ্কৰ কৰ্ম্মত।
প্ৰাকৃত লোকৰ শ্ৰদ্ধা তাতেসে সতত॥
স্পষ্ট নাম ৰাম-কৃষ্ণ অলপ অক্ষৰ।
নাহিকে ইহাত ৰতি প্ৰাকৃত লোকৰ॥

( ৰত্নাকৰ ভাঃ, ৩২১—২৩ )

---

## জ্ঞান-যোগ

১। ভকতি বিহীন জ্ঞান-কৰ্ম্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ॥

( প্ৰথম, ৪১ )

২। জ্ঞানীৰে জানিবা হৰিনামে মোক্ষ ফল।
নাহিকে নামত পৰে পৰম মঙ্গল॥

( দ্বিতীয়, ১৫ )

৩। জ্ঞানেসে জানিবা মুখ্য প্ৰায়শ্চিত্ত
তুষ্কৰ জ্ঞানৰ পথ।

( ষষ্ঠ, ৭৫ )

৪। ব্ৰহ্মে এৰে একাকাৰ কৰে যিটো জ্ঞানে।
যাক পাইলে দূৰ হয় যত কৰ্ম্ম মানে ॥
যেবে ভৈল অচ্যুতৰ ভকতি বিহীন।
হেন জ্ঞানো অতিশয় নকৰে শোভন ॥

( ৰত্নাকৰ, ভাঃ,—১০৬ )

৫। পৰম জ্ঞানৰ পথ পায়া নৰে
সিমত পৱিত্র নুই।
জ্ঞানৰ পথত নাহিকে সহায়
কৰ্ম্মত বিঘিনি ভয় ॥
ভকতি পথত ঈশ্বৰক ৰক্ষক
জানিবা ৰাজা নিশ্চয়।
জ্ঞান কৰ্ম্ম একো অপেক্ষা নকৰি
কেৱলে ভকতি তাৰে।

( ষষ্ঠ, ৭৭-- ৭৯ )

৬। পৰম জ্ঞানৰ কৰ্ম্মত কৰিয়া
ভকতিসে শ্ৰেষ্ঠ আতি।

( ষষ্ঠ, ৮১ )

৭। জ্ঞানৰ যোগৰ কথা সখি শুনিয়োক ॥
ভক্তি-হীন জ্ঞান-যোগ যি জনে আচৰে।
নাহি একো ফলমাত্ৰ দুঃখ কৰি মৰে ॥
স্বৰ্গকো নপাৱে শুধা জ্ঞান-যোগ বলে।
যেন কাষ্ঠ পতানক বাহনে নিশ্বলে ॥
মৎস্য আশা কৰে যেন বৃষ্টিৰ জলত।
শুধা জ্ঞান-যোগ জানা সখি সেহিমত ॥

( ভক্তি প্ৰদীপ, ১৯—২০ )

৮। জ্ঞানতেসে মুক্তি পাবো বুলি কৰে
বিবিধ যোগ অভ্যাস।
দুঃখ মাত্ৰ পাৱে পাছতেসে জানে
পৰম সিটো অজ্ঞান।

( দশম, ৪৯২ )

৯। জ্ঞানে গতি কৰৈ বেদ লৈয়া তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে।
ভকতি কৰন্তে জ্ঞান আপুনি উপজৈ জ্ঞান
যোগ চিন্তি মৰে নিজ কাজে॥

( একাদশ, ২০০ )

১০। জ্ঞান পথ এড়ি প্ৰভু তোমাৰ কথাক।
কায়-বাক্য-মনে সেৱে যিটো সাধুজাক॥
যদ্যপি অজিত তুমি তিনিও জগতে।
তথাপি তোমাক জিনে সেহিসে ভকতে॥
মুকুতি বসকো স্ৰৱে তোমাৰ ভকতি।
তাক এড়ি যিটো জ্ঞান পথে কৰে ৰতি॥
ক্লেশ মাত্ৰ পাৱে সিটো নিস্ফল প্ৰয়াসে।
বাহানে পত্তান যেন তণ্ডুলক আশে।

( কীৰ্ত্তন, ৭৪'—৬ )

১১। নছাৰে কৰ্ম্মক শোক দুঃখ প্ৰতিদিনে।
জ্ঞানতো নাহিকে গতি ভকতি বিহিনে॥

( একাদশ, ১৯২৭৪ )

———

# তীৰ্থ

১। শুনা সামাজিক জন যথা জগন্নাথ কথা
তথা পুণ্য তীৰ্থৰ নিবাস।
সেহিসে নিৰ্গুণ স্থান তৈতে সিজে যজ্ঞদান
হৰি হোন্ত তথাতে প্ৰকাশ ॥

( প্ৰথম, ৮৭ )

২। তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থস্থান।

( কীৰ্ত্তন, ১৬৬৯ )

৩। নিষ্ঠ কৰি কহোঁ সাৱধানে শুনা তুমি।
ভকত যথাত থাকে সেহি পুণ্যভূমি ॥

( একাদশ, ১৯৩৭১ )

৪। ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহাযজ্ঞ দান ॥
তাক এবে কৰে নামক সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি ॥

( কীৰ্ত্তন, ৫৩ )

৫। সমস্ত তীৰ্থত শ্ৰেষ্ঠ কৃষ্ণৰ চৰিত্ৰ।
সৰ্ব্বদেৱ শ্ৰেষ্ঠ কৃষ্ণ নাহি আত ছিদ্ৰ ॥

( ৰত্নাকৰ ৩৪৪ )

৬। তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি ॥
বৈষ্ণৱত নাই ইসব মতি।
গৰুতো অধম কৃষ্ণ বদতি ॥

( কীৰ্ত্তন, ১৩৩ )

৭। তীৰিথ বৰত তপ জপ যাগ যোগ যুগুতি।
মন্ত্ৰ পৰম ধৰম কৰত নাহি মুকুতি ॥

( বৰগীত, ৯ )

---

# প্ৰায়শ্চিত্ত

১। কৃচ্ছ্ৰ চান্দ্ৰায়ণ আদি যত প্ৰায়শ্চিত্ত।
ভক্তি বিনে পাতকীক নকৰে পবিত্ৰ ॥

( ৰত্নাকৰ ভাঃ, ৯৭৮ )

২। যেৱে প্ৰায়শ্চিত্তে পাতকীক শুদ্ধ কৰে।
তেৱে কিয় সিটো পুনু পাতক আচৰে ॥
কদাচিত পাতকত নিবৰ্ত্তন হয়।
কোনো বেলা পুনু সেই পাপ আচৰয় ॥
এতেকেসে ব্যৰ্থ সবে প্ৰায়শ্চিত্ত যত।
হস্তী যেন স্নান কৰে নদীৰ জলত ॥
ছুনাই ধূলা লৈয়া দেহা মলিন কৰয়।
কদা প্ৰায়শ্চিত্তে পাতকক বিনাশয় ॥
যদি প্ৰায়শ্চিত্তে পাতকক বিনাশয়।
সমূলঞে পাতকৰ বীৰ্য্য নুগুচয় ॥
সেহি বাসনাচয় থাকয় চিত্তত।
সেহি সংস্কাৰে প্ৰৱৰ্ত্তায়ে পাতকত ॥

ৰত্নাকৰ ভাঃ, ৯৮২—৯৮৪ )

৩। জাতি অন্ত্য জাতি পাতকীয়ো তাৰে
হেনসে হৰি ভকতি।
কোটি প্ৰায়শ্চিত্ত কৰিয়া কৰ্ম্মীৰ
তৰিবে নাহি শকতি ॥

( ষষ্ঠ, ৭৭ )



# দ্বিতীয় আধ্যা

## ভক্তি খণ্ড

### ভক্তি যোগ

১। মোহোৰ একান্ত ভকতৰ প্ৰসঙ্গত।

× × × ×

তাসম্বাৰ সঙ্গে যিটো শুনে কৰ্ণ পাতি ॥

মায়া নিবৃত্তিৰ পন্থ যিটো মই হৰি।

প্ৰথমতে শ্ৰদ্ধা মোত মিলে শীঘ্ৰ কৰি ॥

অনন্তৰে হোৱে ৰতি ভকতি আমাত।

অনুক্ৰমে হোৱে আসি কহিলো তোমাত ॥

( ৰত্নাকৰ ভাঃ, ৬৪ -৬৫ )

২। কৰিয়ো হৰিৰ চৰণে ৰতি।

কলিত হৰিৰ নামেসে গতি ॥

( কীৰ্ত্তন, ৫ )

৩। হৰিৰ ভকতি ওহি পৰম সম্পদ।

দহে দোষসব মিলাৱয় মনোৰথ ॥

( কেলি গোপাল নাট )

৪। যাহে ভকতি তাহে মুকুতি

ভকতি এ তত্ত্ব জানা।

যৈছে বণিক চিন্তমণিক

জানিয়া গুণ ৰাখনা ॥ ( বৰগীত, ১০ )

৫। যাহে ভকতি ৰকতি শকতি
তাৰক ইহ সংসাৰ।
কীট পতঙ্গম জঙ্গম সঙ্গম
ভকতক পাই নিস্তাৰ॥

( ভটিমা, কালি দমন অঙ্ক )

৬। জপ তপ তীর্থ স্থান নলাগে ধাৰণা ধ্যান
কেৱলে ভকতি গতি সাধে।
কৰন্তে নাহিকে কষ্ট অল্পৰো নাহিকে নষ্ট
আক একো বিঘিনি নবাধে।
তিনিও লোকত সাৰ ভকতিত পৰে আৰ
নাহি নাহি আক জানা নিষ্ঠ।
হৃদয়ত ৰূপ ধৰে বচনে নামক স্মৰৈ
সি সি জন মহন্ত বিশিষ্ট॥

( প্রথম, ১৭৪—১৭৫ )

৭। শুনিয়োক সর্ব্বজন ভকতিসে মহাধন
আন জপ যজ্ঞ ধর্ম্ম ধান্দা।
ভকতিসে নিজ মাতা ভকতিসে গতি দাতা
জানি ভকতিক গলে বান্ধা॥
ভকতিত দিয়া মতি ভকতিত কৰা ৰতি
ভকতিসে পৰলোক-হিত।
কৰিয়ো ভকতি নিত হেনসে ভকতি হিত
মৰণতো নেৰৈ কদাচিত॥

( ষষ্ঠ, ৮২ )

৮। ভকতিসে মাতা ভকতিসে পিতা
ভকতিসে বন্ধুজন।
ভকতি সুহৃদ সোদৰ বিধাতা
ভকতিসে মহাধন॥

ভকতিসে গতি ভকতিসে মতি
ভকতিসে দেৱ নিজ।
ভকতিসে চিত্ত ভকতিসে বিত্ত
ভকতি মোক্ষৰ বীজ॥
ভকতি সদায় সহায় ভকতি
জীৱন যৌৱন প্ৰাণ।
ইহ পৰলোকে ভকতি বিনায়
নাই নাই গতি আন।
জানি সৰ্ব্বজন ভকতিত মন
দিয়া ত্যজি আন কাম।
জন্মক সাফলি নিৰন্তৰে নৰে
ডাকি বোলা ৰাম ৰাম॥

(দশম, ২২১—২২২)

৯। নলাগে ভক্তিত দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সম্ভৃত শাস্ত্ৰ বিস্তৰ জানিবে॥
তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেবল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ॥

(কীৰ্ত্তন, ৩৮১)

১০। কৃষ্ণৰ কিঙ্কৰে কহে শুনা নিৰন্তৰ।
কলিযুগে ভাগ্যে ভাৰতত ভৈলা নৰ॥
হৰি ভকতিত যেবে কৰা দৃঢ়মতি।
ইজন্মত নিশ্চয়ে পৰম পাইবা গতি॥
ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত।
চাৰিয়ো বেদৰ জানা এহি সাৰ তত্ত্ব॥
ৰাম নাম অমৃত সততে কৰা পান।
বোলা হৰি হৰি কেতিক্ষণে পড়ে প্ৰাণ॥

(কীৰ্ত্তন, ১০০৭—৮)

১১। সমস্ত জীৱৰ আত্মা মহা মহেশ্বৰ।
তাহান্তো সংশয় কৰে কমন পামৰ ॥
বিষ বুলি অমৃতক পীয়ে যিটো নৰ।
নুহিবেক হেন জানা অজৰ অমৰ ॥
যেন তেন মতে মাত্র স্মৰোক সততে
এতেকে মুকুতি পাৱে কহিলো বেকতে ॥
জাতি অজাতিক নবাচন্ত ভগৱন্তে।
পশু-পক্ষী বৃক্ষো মোক্ষ পাৱে যাত হন্তে ॥
নিৰুপম হৰিৰ ভকতি নুহি বৃথা।

দশম, ১২৩৩—১২৩৫ )

১২। তাহাৰ উত্তম জন্মো কিবা কৰিবেক।
কৰ্ম্মে বা তাহাৰ কিবা কাৰ্য্য সাধিবেক ॥
দেৱৰ সদৃশ আয়ু যদি তাৰ ভৈল।
তথাপিতো তাৰ আয়ু ব্যৰ্থে বহি গৈল।
জানা শাস্ত্র শুনয় কৰয় কিবা তাক।
অতি চাতুৰালি কৰি বোলে বহুবাক।
বল-বুদ্ধি যতেক চিত্রৰ বৃত্তিচয়
যোগ সাংখ্যে সন্ন্যাসে বা কি কাৰ্য্য সাধয় ॥
বেদ-পাঠ ব্ৰত-দান তীৰ্থ-স্নান কৰে।
আৰো নানা শ্ৰেয়ঃ সব সাধন আচৰে ॥
হৰিক নজানে যিটো সবে ব্যৰ্থ তাৰ।
হৰি-ভক্তি বিনে মহা ফল নাহি আৰ ॥

( ৰত্নাকৰ ভাঃ, ৮৯১—৮৯৩ )

১৩। পঢ়ি শুনি নাপায় তত্।
চাই থাকে কাণী বগলীৰ মত ॥

( ফকৰা )

১৪। তপ জপ-সন্ন্যাস পৰম মহাদানে।
নপাৰে আমাক সখি যোগ মহাজ্ঞানে॥
কেৱল ভকতি এক মোক কৰে বশ্য।
কহিলো উদ্ধৱ ইটো পৰম ৰহস্য॥

( একাদশ, ২৬৪ )

১৫। মোতে নিষ্ঠ হুয়া মোক ভক্তি মাত্র কৰে।
তেৱে অনায়াসে মোক্ষ পাৱে সিটো নৰে॥

( ৰত্নাকৰ ভাঃ, ৫০৫ )

১৬। তপ যোগ আদি আছে পুৰুষৰ
বস্তুতো পন্থ মোক্ষৰ।
তাতো কৰি মহা মোক্ষৰ অধিক
ভক্তি-যোগ মাধৱৰ।

( ৰত্নাকৰ ভাঃ, ৪১৫ )

১৭। মোক্ষৰ ঈশ্বৰ ভগৱন্ত দেৱ হৰি।
তাহানে ভকতি তুমি আছা সাৰ কৰি॥
ভকতি সুখত যাৰ নিমজিল মন।
ক্ষুদ্র স্বৰ্গ-সুখে তাৰ কিবা প্রয়োজন॥
যিটো ক্রীড়া কৰে অমৃতৰ সাগৰত।
তাৰ কিবা কাজ আছে বৃষ্টিৰ জলত।
গৰ্ত্তৰ জলৰ সম স্বৰ্গ-সুখ-চয়
ইহাত তোমাৰ প্রয়োজন নাহিকয়॥

( ৰত্নাকৰ ভাঃ, ৪২৪- ৪২৬ )

১৮। মোক্ষতো অধিক ইটো ভকতিৰ-সুখ অতি
পৰম আনন্দ নিৰুপম॥
ভকতিয়ে পুৰুষৰ লিঙ্গ দেহ ভগ্ন কৰে
বিনা যত্নে মুকুতিক পাৱে॥

যেন উদৰৰ বহ্নি ভুঞ্জে প্ৰাণী অন্ন যত
জীৰ্ণ কৰে সবাক স্বতয়ে ॥

( ৰত্নাকৰ ভাঃ, ৪৭৬ )

১৯। মুকুতিত কৰি যেন ভকতি গৰিষ্ঠ অতি
কহোঁ শুনা সাৱধান মনে।
সাযুজ্য মোক্ষকে মোৰ নবাঞ্ছয় কদাচিত
আমাৰ একান্ত ভক্তগণে ॥

( ৰত্নাকৰ ভাঃ, ৪৭৭ )

২০। ভকতি আনন্দপূৰ্ণ হুয়া একো নবাঞ্ছয়
আমাৰ ভকত নিৰন্তৰ ॥
বৈকুণ্ঠৰ সালোক্যাদি পদচয় যদি দেন্ত
ভক্তি বিনে তাকো নলৱয়।
নবাঞ্ছিবে আন কাম আমাৰ ভকত সবে
কিবা আত কহিবে লাগয় ॥

( ৰত্নাকৰ ভাঃ, ৪৭৮—৪৭৯ )

২১। হোৱে অতি চিত্ত বিষয় আকাৰ
বিষয়ক ধ্যান কৰি।
সেহিমতে মোৰ স্বৰূপ পাৱয়
চিত্তে মোক সদা স্মৰি ॥
এতেকে অন্যত্ৰ সাধন যতেক
যত তাৰ ফল হয়।
স্বপ্ন মনোৰথ যেন সিটো হৱে
জানিলে যাক হাসয় ॥

( ৰত্নাকৰ ভাঃ, ৩৭৯ )

২২। মুকুতিকো শ্ৰৱে তোমাৰ ভকতি
তাক এড়ি হোৱে নাশ।

জ্ঞানতেসে মোক্ষ পাবো বুলি কৰে
বিবিধ যোগ-অভ্যাস ॥

( দশম, ৪৯২ )

২৩। নমাগোহো সুখ-ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥

( অষ্টম, ১০৪৪ )

২৪। বোলন্ত যতেক ধৰ্ম্ম আছয় সকল।
ভকতি বিনে সিটো কৰ্ম্ম শ্ৰমসে কেৱল ॥
ভকতি প্ৰধান ধৰ্ম্ম এতেকে সদাই।
সহজতে আচৰিব পৰম শ্ৰদ্ধাই ॥
নিশ্চয় কৰিয়া একে হৰিতেসে মন।
কৰিব হৰিক সদা শ্ৰৱণ-কীৰ্ত্তন ॥
হৰিসে পৰম ধোয় মাত্ৰ পূজ্য।
কহিলোহো তোমাসাত এহি মহা গুহ্য ॥

( ৰত্নাকৰ ভাঃ, ৪৭০—৪৭১ )

২৫। আন ক্ষুদ্ৰ দেৱতাত যদি নেদে মতি।
মহা দুৰাচাৰ কৰে আমাত ভকতি ॥
সেহিসে পৰম সাধু জানা মহাশয়।
যিহেতু আমাক মাত্ৰ কৰিলে নিশ্চয় ॥
এতেকে নোছোৱে পাপ পুণ্য কলেৱৰ।
পৰম মুকুতি পাত্ৰ হোৱে সিটো নৰ ॥
... ... .. ...
দুৰাচাৰো তৰে আতি আত কোন চিত্ৰ।
চণ্ডালকো কৰে মোৰ ভকতি পৱিত্ৰ ॥

( একাদশ, ১৯২৮৩—১৯২৮৫ )

২৬। এড়িলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্র ভজে দৃঢ়মতি ॥
তাহাৰ পাতক যদি সিজে প্ৰমাদত।
নাশ হোৱে সিটো ঈশ্বৰৰ প্ৰসাদত ॥

( নিমিনৱসিদ্ধ, ৩১৮ )

২৭। যত পঞ্চভূত ইন্দ্ৰিয় দেৱ।
তোমাৰ ৰূপক নজানে কেৱ ॥
নজানি লোকে আন দেৱ পূজে।
সিয়ো বিধিহীনে তোমাকে যজে ॥
যেহেন নদনদী সমুদায়।
অনেক পথে সাগৰক যায় ॥
মায়ায়ে মোহিত সবাৰো মন।
তোমাৰ নিচিন্তে কেৱে চৰণ ॥
যাৰ নষ্ট হুইব সংসাৰ বন্ধ।
তোমাৰ ভক্তিক তাৰ প্ৰৱন্ধ ॥

( কীৰ্ত্তন, ১০৯৫—৯৭ )

২৮। শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ
অৰ্চ্চন পদ সেৱন ॥
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহ অৰ্পণ ॥
নৱ বিধ ভক্তি বিষ্ণুত আচৰে
সেহিসে পাঠ উত্তম।

( কীৰ্ত্তন, ৩৪১ )

২৯। ও হৰি ৰাম নাৰায়ণ যাদৱানন্দ
দূৰ কৰা মোৰ মায়া।

বিষয় ব্যাধিৰ ঔষধ মাগো
ভকতি অমিয়া ॥

( কীৰ্ত্তন, ৩৬ )

৩০। ও হৰি নমো দামোদৰ,
যাদৱ দুঃখ নিবেদিবো কত।
নভৈল ভকতি ইহ মনুষ্য জন্মত।

( কীৰ্ত্তন, ৩৮ )

৩১। হে কৃষ্ণ কৰা কৃপা পৰমানন্দ।
নজানো ভকতি, মই মলমতি মন্দ ॥

( কীৰ্ত্তন, ৯৭ )

৩২। ৰাম পাৱে কৰা ৰতি।
ভাই! ৰাম চৰণে গতি ॥

( কীৰ্ত্তন, ৯৮ )

৩৩। গোপাল কৃপাল পালিয়ো বাপ
পাপ পয়োধিত মৰো।
ইজন্মত নাথ নভৈল ভকতি
পাতকী কিমতে তৰো ॥

( কীৰ্ত্তন, ১০০ )

৩৪। ও হৰি নমো নাৰায়ণ।
চৰণে মাগো তৰণ উপায় ॥
তোমাৰ ভকতি বিনে বাসুদেৱ।
বৃথা আয়ু বহি যায় ॥

( কীৰ্ত্তন, ১১১ )

৩৫। ৰাখা কি দয়াময় যদুৰায়।
তোমাৰ ভকতি বিনা বৃথা আয়ু যায় ॥

( কীৰ্ত্তন ঘোষা, ১২৭ )

৩৬ ॥ গোপীনাথ ! তুৱা পাৱে নভৈল ভকতি ।
ইজন্মত মাধৱ গৈলোহো অধোগতি ॥

( কীৰ্ত্তন ঘোষা, ১৪৭ )

৩৭ । শুনা নৰলোক মুকুতি মিলোক
কৃষ্ণত ভকতি কৰা ।
যমপুৰে পুনু আপুনি নিস্তাৰা
পুৰুষ সৱে উদ্ধাৰা ॥

( একাদশ, ৬৫ )

৩৮ । বিষয়ৰ দোষে ৰাখিবে নপাৰে ॥
ভকতি পাতেক হৰে ।
আচোক উত্তম ভকতৰ কথা
সামান্য ভকতো তৰে ॥

( একাদশ, ১২৩ )

৩৯ । জ্ঞান কৰ্ম্ম ভকতি কহিলো কৰি ভেদ ।
ভকতি পৰম পন্থ দিলো পৰিচ্ছেদ ।
নাহিকে উত্তম গতি ভকতিত পৰে ।
নিষ্টে কহোঁ ভকতিতে মোক বশ্য কৰে ॥

( একাদশ, ১৪১ )

৪০ । ভোগ্য ক্ষয় হোৱৈ কৰ্ম্ম ধৰ্ম্ম মায়াময় ।
শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম পৰম অক্ষয় ॥
পুত্ৰ ধন জন লাভ সকলে অসাৰ ।
এতেকে উত্তম লাভ ভকতি আমাৰ ॥

( একাদশ, ২২৫ )

---

## ভক্তিৰ লক্ষণ

১। একাদশ স্কন্ধে একাদশ অধ্যায়ত।
ভকতিৰ লক্ষণ কহন্ত উদ্ধৱত ॥
মোহোৰ ভকত আৰো মোৰ প্ৰতিমাক।
পৰশিব দেখিব বুলিব তুতি বাক ॥
পৰিচৰ্য্যা পূজা আৰো কৰিব বন্দন।
গুণ-নাম-কৰ্ম্ম সদা কৰিব কীৰ্ত্তন ॥
হৈবে অতি শ্ৰদ্ধা মোৰ কথা শ্ৰৱণত।
কৰিবেক ধ্যান মাত্ৰ মোকেসে সতত ॥
সমস্তকে অৰ্পিব আমাক দিয়া পাৰে।
মোকে মাত্ৰ দেহক অৰ্পিবে দাস ভাৱে ॥
কেৱলে মোহোৰ জন্ম কৰ্ম্মক কৰিব।
পৰ্ব্বে পৰ্ব্বে মোহোৰসে আনন্দ কৰিব ॥
গাৱে গীত বাৱে বাদ্য নাচিব প্ৰত্যেক।
গোষ্ঠি হুয়া মোৰ গৃহোৎসৱ কৰিবেক ॥
যাত্ৰা মহোৎসৱ-চয় কৰিব আমাৰ।
দিবেক আমাক নানা পুষ্প উপহাৰ ॥
ধৰিবা আমাৰ ব্ৰত সাৱধান মনে।
থাপিব প্ৰতিমা মোৰ শ্ৰদ্ধায়ে যতনে ॥
অনেকে একত্ৰ হুয়া কৰিবে উদ্যম।
নিৰ্ম্মিব মোহোৰ পুৰি মন্দিৰ উত্তম ॥
উপবন উদ্যান কৰিব ক্ৰীড়া-স্থান।
সৰ্জ্জিব লিপিব গৃহ হুয়া সাৱধান ॥
দাসে যেন আমাৰ কৰিব কৰ্ম্মচয়।
তেজিব কপট দম্ভ মান সমস্তয় ॥
মোৰ ধৰ্ম্ম কৰিয়া কাহাকো নাভাবিব।
মোতে দ্ৰব্য নিবেদিয়া স্বীকাৰ কৰিব ॥

( ৰত্নাকৰ ভাঃ, ৪৫০—৪৫৬ )

২। দেৱৰো দেৱতা হৰি জানিয়া যতন কৰি
লৈয়ো এক শৰণ কৃষ্ণত।
গাবা নাম-গুণ-গীত কৰিয়া একান্ত চিত
তেবে থান পাইবা বৈকুণ্ঠত॥
শুনিয়োক অভিপ্ৰায় আতপৰে পুণ্য নাই
হোৱৈ শুদ্ধ মহা-অন্ত্যজাতি।
পৰম বান্ধৱ নাম যিটো লৱৈ অবিশ্ৰাম
তাৰ সাত কাৰ্য্য সাধৈ আতি॥
দহবৈ পাতকগণ পুণ্য কৰৈ উপাৰ্জ্জন
বিৰকতি মিলৈ বিষয়ত।
কৃষ্ণৰ চৰণে প্ৰেম ভকতিক উপজাৱে
পাৱৈ বিষ্ণু-জ্ঞান মহাতত্ত্ব॥
মায়াকো দহবৈ তাৰ কৰৈ মহা উপকাৰ
দেখা কেনে ধৰম একান্ত।
যিটো পূৰ্ণানন্দ হৰি তেন্তে এবে এক কৰি
থৈয়া নাম হবৈ উপশান্ত॥
হেন নাম আছে কাছে গাৱে গাৱে মুখ আছে
তথাপিতো পড়ে যাতনাত।
কিনো মহা মূঢ় মতি তাৰ আৰ নাহি গতি
কৰিলে আপুনি আত্মঘাত॥
জানি এড়া আন মতি ভকতিত কৰা ৰতি
নেড়িবা মুখত ৰাম নাম।
তৰিবা সংসাৰ দুখ লভিবা মুকুতি সুখ
সঘনে ঘোষিয়ো ৰাম ৰাম॥

(দশম, ১০৪৯৩—১০৪৯৬)

## ভাগৱতী-ভক্তি

১। হুৱা শুদ্ধমন আতি　　　　সকল ইন্দ্ৰিয় বৃত্তি
বিষ্ণুত অযত্নে প্ৰৱৰ্ত্তয়।
নবাঞ্ছয় একো কাম　　　　জানিবা তাহাৰে নাম
ভাগৱতী ভকতি উত্তম ॥

(ৰত্নাকৰ ভাঃ, ৪০৬)

## উত্তম ভক্তি

১। মোৰ জন্ম-কৰ্ম্ম মোহোৰেসে গুণ-নাম।
আকেসে কীৰ্ত্তন কৰিবেক অবিৰাম ॥
মোৰ কথা শ্ৰৱণত কৰিবেক ৰতি।
আকেসে বুলিয় সখি উত্তম ভকতি ॥

(ভক্তি-প্ৰদীপ, ২৯)

---

## অব্যাভিচাৰী ভক্তি

১। মই বিনে আন একো নভজা দেৱক।
সেই ভক্তি একুৱাৰে সমস্ত ধৰ্ম্মক ॥
সেই এক শৰণ-ভজন অনুপাম।
নুশুনয় আন একো দেৱতাৰ নাম ॥
অব্যাভিচাৰিণী আক বুলিয় ভকতি।
নাহিকে প্ৰয়াস আতি অল্পে সাধে গতি ॥

(ভক্তি-প্ৰদীপ, ৩০—৩১)

২। কেৱলে অব্যাভিচাৰী ভকতিত হৰি।
হোৱন্ত সন্তুষ্ট অতি জানা নিষ্ঠ কৰি ॥

(ৰত্নাকৰ ভাঃ, ২২৮)

---

# প্ৰেম ভক্তি

১। অন্ত অন্তে হৰিক স্মৰয় স্মৰাৱয় ।
মহা-প্ৰেম-ভকতি তাহাতে উপজয় ॥
হোৱে পুলকিত তনু কতো কান্দে হাসে ।
কতো নাচে গাৱে অলৌকিক বাক্য ভাসে ॥

( ৰত্নাকৰ ভাঃ. ৫২৮—৫২৯ )

২। প্ৰেম ভকতিৰ চিহ্ন শুনিয়ো উত্তৰে ।
হৰি হৰি বোলন্তে লোতক যাৰ ঝৰে ॥
মোৰ কথা শুনন্তে শৰীৰ ৰোমাঞ্চিত ।
জানা তাৰ পৰম পৱিত্ৰ ভৈল চিত ॥
প্ৰেমে দ্ৰৱে চিত্ত আতি গদ গদ বাণী ।
কতো হাসে কতো কান্দে মোকে প্ৰিয় মানি ॥
লাজ এৰি গাৱে গীত নাচে আনন্দতে ।
জগত পৱিত্ৰ কৰে সেহিসে ভকতে ॥
মোক লাগি প্ৰেম উপজিল যাৰ মনে ।
নেড়ো সখি তাহাৰ হৃদয় সৰ্ব্বক্ষণে ॥

( একাদশ, ১৯২৮৮—১৯২৯০ )

৩। ঘন ঘন শ্বাস ফোকাৰে বৰবালা
হৰিকো বহলি ধিয়াই ।
একু মনে প্ৰেম-ভকতি ভাৱয়ে
হৃদি পদ পঙ্কজ ধৰয় ঝুৰয় নীৰ,
প্ৰেমে পুলক ভেলি কাই ॥
ভকতি কৰম-বন্ধ কয়ো ক্ষীণা
কহ শঙ্কৰ পৰমাণা ॥

( গীত, কেলি-গোপাল নাট )

———

## নিৰ্গুণ ভক্তি

১। সগুণ ভকতি বেদ একাশী প্ৰকাৰ।
নিগুণ ভকতি একেবিধ মাধৱৰ॥
জানে মাত্ৰ মোৰ গুণ-শ্ৰৱণ মাত্ৰত।
মোতেসে মনৰ গতি ভৈলেক সতত॥
বেদ দূৰ ভৈলে কৰে নিষ্কাম ভকতি।
নিৰ্গুণ ভকতি এহি কহিলো সম্প্ৰতি॥

( ৰত্নাকৰ ভাঃ, ৫০২—৫০৩ )

২। যজ্ঞ দান ব্ৰত সবে গুণময়
ভকতি মোৰ নিৰ্গুণ।
জানিয়া আমাক স্মৰিয়ো সদায়ে
সুহৃদ সখি অৰ্জ্জুন॥

( ভক্তি প্ৰঃ, ৩০১ )

---

## শ্ৰৱণ-কীৰ্ত্তন

১। কৃষ্ণৰ কিঙ্কৰে গীত ভণিল শঙ্কৰে।
নাহি আন ধৰ্ম্ম আৰ কীৰ্ত্তনত পৰে॥

( কীৰ্ত্তন, ৭২৪ )

২। যদ্যপি ভকতি নৱ বিধ মাধৱৰ।
শ্ৰৱণ-কীৰ্ত্তন তাতে মহা শ্ৰেষ্ঠতৰ॥
অৰ্চ্চন বন্দন ধ্যান সমস্ততে কৰি।
যশ-কীৰ্ত্তনত আতি তুষ্ট হোন্ত হৰি॥

( প্ৰথম, ৩৮ )

৩। পূজা আদি যত ভক্তিৰ মধ্যত
শ্ৰৱণ-কীৰ্ত্তন সাৰ।
কথা-শ্ৰৱণৰ নাম-কীৰ্ত্তনৰ
সমান নাহিকে আৰ॥

(দ্বিতীয়, ৫১—৫২)

৪। শ্ৰৱণ-কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আকাশে কৰিবা মাত্ৰ বিবক্ষ্যা সম্প্ৰতি॥

(দ্বিতীয়, ২৩০)

৫। জ্ঞানতো কৰ্ম্মতো কৰি সম্প্ৰতি।
হৰি কীৰ্ত্তনেসে পৰম গতি॥

(কীৰ্ত্তন, ১০২)

৬। হৰি কথামৃত কণাৰ বাৰে।
তুনাই আত্ম-জ্ঞান স্ৰমবাৰে॥ (কাৰ্ত্তন, ১১৫)

৭। শ্ৰৱণ-কীৰ্ত্তন এড়ি আন কৰ্ম্ম কৰে।
পাৱে শ্ৰম বিফলে কলিত সিটো মৰে॥
অধৰ্ম্মে খেদাইবে ধৰ্ম্ম কৈতো নাপাই ঠাই।
হৰি ভকতিত আছে শৰণ সোমাই॥
আচৰি ভকতি যিটো গুণ-নাম গাৱে।
যি সি জনে সমস্ত ধৰ্ম্মক লাগ পাৱে॥

(দ্বাদশ, ১৮৯—১৯০)

৮। মনুষ্য শৰীৰ পায়া যিটো নৰগণ।
নকৰে তোমাৰ যিটো শ্ৰৱণ-কীৰ্ত্তন॥
বিফলে জনম গৈল ভৈল সৰ্ব্বনাশ।
জীৱন্তুতে মৰা সিটো ভাতিৰ নিশ্বাস॥

(কীৰ্ত্তন, ১৫৫৪)

৯। বিষ্ণু বৈষ্ণৱৰ কথা দুয়ো সমতুল।
শ্ৰৱণ-কীৰ্ত্তনে কৰে পপক নিৰ্ম্মূল॥
চাণ্ডাল পৰ্য্যন্তে কৰে সৱাকে পৱিত্ৰ।
জানি নিৰন্তৰে শুনা বৈষ্ণৱ চৰিত্ৰ॥

( হৰিশ্চন্দ্ৰ উপাখ্যান, ৪ )

১০। পৰম দুৰ্ঘোৰ ইটো সংসাৰক
পায়া আছে যিটো নৰ॥
অশ্ৰদ্ধায়ে যদি হৰিৰ নামক
কৰয় মুখে কীৰ্ত্তন।
এতেকতে সত্তে সংসাৰত হন্তে
মুক্ত হোৱে সিটো জন॥

( বহ্নকাৰ ভাঃ, ২৭৫ )

১১। যত দেখা চৰাচৰ হৰিময় নিৰন্তৰ
হৰিত পৃথক কেহো নোহে।
যিজন ভকতিহীন সি দেখে হৰিক ভিন
হৰিৰ মায়াই তাক মোহে॥
হৰিসে পৰম দেৱ হৰিকেসে কৰো সেৱ
ব্ৰজন্তা পালন্তা সবে হৰি।
হৰি পাৱ শিৰে ধৰি শ্ৰৱণ-কীৰ্ত্তন কৰি
তেবেসে হৰিৰ মায়া তৰি।

( অষ্টম, ১১২০ )

১২। ধৰ্ম্ম অৰ্থ কাম মোক্ষ কাৰ্ত্তনতে পায়।
কলি সম শ্ৰেষ্ঠ ধৰ্ম্ম নাই নাই নাই॥

( প্ৰথম, ২৩৮ )

১৩। সকামী সকলে পাৱে কৰ্ম্মফল
হৰিৰ নাম-কীৰ্ত্তনে।

নামৰ কীৰ্ত্তনে মোক্ষ পদ পাৱে
যতেক মুমুক্ষুগণে ॥
মুক্ত সকলৰ এহিমানে ফল
হৰিৰ নাম-কীৰ্ত্তন ।
প্ৰমাণত পূৰ্ণ প্ৰমাণ নাহিকে
কহিলোহো নিষ্ঠে যেন ॥

( ৰত্নাকৰ ভাঃ, ২৭৭—২৭৮ )

১৪। সেহি নামচয় মৃত্যুকালে যিটো
হেলায়ে কীৰ্ত্তন কৰে ।
এতেকে অনেক জন্মৰ পাতেক
সম্প্ৰে ত্যজে সিটো নৰে ॥
পূৰ্ণ পৰমব্ৰহ্ম স্বৰূপ পাৱয়
আনন্দৰ নাহি পাৰ ॥

( ৰত্নাকৰ ভাঃ, ২৭৯—২৮০ )

১৫। তোমাৰ পাৱত লৈলে যিজনে শৰণ ।
তযু গুণ নাম কৰে শ্ৰৱণ-কীৰ্ত্তন ॥
মোক্ষ প্ৰসাদক প্ৰভু ! তোমাত নমাগে ।
ছাৰ স্বৰ্গ-সুখ কোন তাসবাৰ আগে ॥

( কীৰ্ত্তন, ২৬১ )

১৬। মোৰ বাক্য সুদৃঢ় বিশ্বাস সখি কৰি ।
আন দেৱ-ধৰ্ম্ম মানে সবাকো নাদৰি ॥
মোৰ নাম কৰ্ম্ম কৰা শ্ৰৱণ-কীৰ্ত্তন ।
তৰিবাছা সুখে সত্যে বুলিলো বচন ॥

( ভক্তিপ্ৰদীপ, ১৫৭ )

১৭। তৈৰ হন্তে পলায় পাপ পায়া অতি হৃদি তাপ
যৈত হৰি কথাৰ প্ৰচাৰ ॥

একঠাই হুয়া আসি কান্দে মহা পাপৰাশি
আৰে আমি কৰো কোন কাম।
আসি পলাই যাওঁ তথা যৈত নাহি হৰি কথা
যেহেন মুগুনো হৰিনাম ॥
হেন জানি সৰ্ব্বজন কৰি সাৱধান মন
শুনা ভাগৱত কথা সাৰ।
আন কাম পৰিহৰি ডাকি বোলা হৰি হৰি
হৌক কোটি পুৰুষ উদ্ধাৰ ॥

( অষ্টম, ৪৪৭ )

১৮। কৃষ্ণৰ ৰহস্য কথা শুনা সৰ্ব্বজনে।
মোক্ষ পদ সাধে যাৰ শ্ৰৱণ-কীৰ্ত্তনে ॥

( কীৰ্ত্তন, ৩৩ )

১৯। কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুগুতি।
ৰাম নাম বিনা কাৰো নাহিকে মুকুতি ॥
হেন জানি নিৰন্তৰে এড়ি আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥

( কীৰ্ত্তন, ৬৫৩ )

২০। হৰি ও হৰি ৰাম মুৰাৰি।
কীৰ্ত্তনৰ নিন্দা সহিতে নাৰি ॥

( কীৰ্ত্তন ঘোষা, ৮ )

২১। নেড়িবা কীৰ্ত্তন দুষ্টৰ বোলে।
পবিত্ৰ কৰা হৰি হৰি বোলে ॥

( কীৰ্ত্তন, ৮৭ )

২২। ৰাম কৃষ্ণ কহ নিতে।
ভাই! ধৰি হৰিপদ চিত্তে ॥

( কীৰ্ত্তন ঘোষা, ১৯ )

২৩। কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে কহে।
জানা চিৰকাল দেহা নৰহে ॥
কৃষ্ণৰ কীৰ্ত্তনে সাধিয়ো গতি।
বোলা হৰি হৰি একান্ত মতি ॥

(কীৰ্ত্তন, ২৭৪)

২৪। কৃষ্ণৰ কিঙ্কৰে ভণে শুনিয়োক সৰ্ব্বজনে
স্থিৰ বুদ্ধি কৰি শুণা মনে।
আজি কালি কৰি দিন গৈল আয়ু ভৈল ক্ষীণ
যাইবে লাগে যমৰ কাৰণে ॥
যতেক সংসাৰ নয় সবে স্বপ্ন মায়াময়
অন্তকে কেশত আছে ধৰি।
ভাৰতত জন্ম পাই বিলম্বক নুযুৱাই
সদাই ঘোষিয়ো হৰি হৰি ॥

(কীৰ্ত্তন, ৬২৭)

২৫। হৰি ৰাম হৰি ৰাম ঘোষিয়ো ভাই
সংসাৰ সাগৰে তৰ।
ৰাম পাৰ নাৱ কাষতে আছয়
মিছায়ে বুৰিয়া মৰ ॥

(কীৰ্ত্তন ঘোষা, ৫৬)

২৬। শুনা বুধলোক ক্ষমিয়োক মোক
পদত দূষণ দেখি।
যাৰ জ্ঞান নাই যিমান চেষ্টাই
মূৰ্খৰ দোষ নেলেখি ॥
মোৰ পদ বুলি নেড়িবা সমূলি
বিচাৰি দেখিবা পাছে।

মোক্ষৰ নিদান অমৃত সমান
কৃষ্ণ-কথা আতে আছে ॥
হেন অনুমানি কৃষ্ণৰ কাহিনী
শুনিয়া হুয়ো সন্তোষ ।
আন কাম এড়ি সমাজ্যায়ে বেঢ়ি
কৰিয়োক হৰি ঘোষ ॥

( কীৰ্ত্তন ঘোষা, ৬৪১ --৬৪২ )

২৭। কৃষ্ণৰ কিঙ্কৰ গীত ভণিল শঙ্কৰে ।
নাহি আন ধৰ্ম্ম আৰ কীৰ্ত্তনত পৰে ॥
শুনা সৰ্ব্বজন আৰ কেদিন জীৱন ।
বোলা হৰি হৰি আছে যাৱত চেতন ॥ ( কীৰ্ত্তন, ১৩১৩ )

২৮। ভণিলা শঙ্কৰে শুনা সৰ্ব্ব নৰে
নকৰিবা জন্ম বৃথা ।
শ্ৰৱণতে সুখে মোক্ষ পদ পায়
শুনা হেন কৃষ্ণ কথা ॥
হৰিৰ কীৰ্ত্তন কৰিয়া পাপৰ
মুণ্ডত মাৰিয়ো বাড়ি ।
আন কাম এড়ি বোলা হৰি হৰি
পলাওক পাতক ছাৰি ॥

( কীৰ্ত্তন, ১৩৯১ )

২৯। হৰিৰ চৰণ চিন্তিয়ো চিত্ত হৃদয়ে সৰ্ব্বথা ।
মুখে ৰাম বোলা কৰ্ণে শুনা কৃষ্ণ কথা ॥

( কীৰ্ত্তন ঘোষা, ১১৮ )

৩০। কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে ।
কীৰ্ত্তন নেৰিবা একো নৰে ॥

আত পৰে নাহিকে উপায়।
বেদৰ এহিসে অভিপ্ৰায়॥
মায়াময় পুত্ৰ দাৰা গেহ।
কেতিক্ষণে পড়ে ইটো দেহ॥
আৰু নেদেখয় কিনো অন্ধ।
বিষয়ত তথাপি প্ৰবন্ধ॥
আন চিন্তা সবে পৰিহৰা।
মিছা মোৰ মোৰ বুলি মৰা॥
অন্তকে কেশত আছে ধৰি।
জানি ডাকি বোলা হৰি হৰি॥

( কীৰ্ত্তন, ১৪৭৪ —১৪৭৬ )

৩১। কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৰিয়ো কীৰ্ত্তন সমস্ত জনে॥
আত পৰে ধৰ্ম্ম নাহিকে আন।
ব্যাসৰ বচন বেদ প্ৰমাণ॥
তেন জানি সুখে গৃহতে থাকি।
হৰি হৰি বোলা সমাজে ডাকি॥ ( কীৰ্ত্তন, ১৫৭৮—১৫৭৯

৩২। শুনিয়োক বুধজন জনম মৰণ দুঃখ
তৰিবাৰ যাৰ ইচ্ছা আছে।
গোবিন্দৰ নাম গুণ শ্ৰৱণ কীৰ্ত্তন কৰা
অন্তকে কেশত ধৰি আছে॥
ইহেন মনুষ্য জন্ম সেহ্মৰে নপাইব আউৰ
চাৰি বেদে কহে নিষ্ঠ কৰি।
মাধৱৰ চৰণৰ কিঙ্কৰে শঙ্কৰে কহে
সদা ডাকি বোলা হৰি হৰি॥

( কীৰ্ত্তন, ১৬৭৫ )

৩৩। হৰি ৰাম হৰি ৰাম ঘোষিয়ো ভাই।
পাপ সাগৰে আন গতি নাই॥ (কীৰ্ত্তন, ১৭৭)

৩৪। প্ৰজাপতি পূৰ্ব্বত আনিলা বেদ চাৰি।
তিনিবাৰ উলটায়া চাহিলা বিচাৰি॥
এহি মাত্ৰ বিধাতা বেদত পাইলা সাৰ।
হৰি কীৰ্ত্তনেসে তৰি দুৰ্ঘোৰ সংসাৰ॥
বিশেষত কলিত এহিসে মহা ধৰ্ম্ম।
হেন জানি যতনে তেজিয়ো আন কৰ্ম্ম॥

(দশম, ১২৪৮১—১২৪৮২)

৩৫। জয় কৃষ্ণ বোল নৰ মুখে।
বৈকুণ্ঠ প্ৰয়াণ কৰ সুখে॥

(কীৰ্ত্তন ঘোষা, ৫১)

৩৬। মন শ্ৰীৰাম কৃষ্ণ হৰি বুলিয়ো যতনে।
ধৰিয়ো একান্ত চিত্তে কৃষ্ণৰ চৰণে॥

(কীৰ্ত্তন ঘোষা, ১৫৪)

৩৭। ৰাম হৰি বোল মুখে।
সংসাৰ তৰিয়ো সুখে॥

(কীৰ্ত্তন ঘোষা, ১৫৫)

৩৮। ৰাম ৰাম বোলা তাৰে।
নতু যমে ধৰে যাৰে॥ (কীৰ্ত্তন ঘোষা, ১৭৫)

৩৯। হৰি ৰাম হৰি ৰাম ঘোষিয়ো ভাই।
পাপ সাগৰে আন গতি নাই॥

(কীৰ্ত্তন ঘোষা, ১৭৭)

৪০। ভাই ৰাম কহ ৰাম কহ ৰাম মন্ত্ৰ সাৰ।
তপ জপ যজ্ঞ যাগে সিদ্ধি নাহি আৰ॥

(কীৰ্ত্তন ঘোষা, ১৮৪)

৪১। ইটো কথা জানা সাৰ জ্ঞানতো-কৰ্ম্মতো আৰ
নকৰিবা বিশ্বাস কিঞ্চিত।
শ্ৰৱণ কীৰ্ত্তন কৰা সুখে সংসাৰক তৰা
দিয়া মোৰ চৰণত চিত্ত॥
তপ জপ তীৰ্থ স্নান যিটো ফল মহাদান
জ্ঞান বৈৰাগ্যৰ যেন ফল।
যিটো গুণ নাম গাৱৈ বসি সিটো সুখে পাৱৈ
দেখা কেনে ভকতিৰ বল॥

(একাদশ, ২০২১৩)

৪২। কৰিয়া কলিত কীৰ্ত্তন আতি।
পাৱে বৈকুণ্ঠক চৌত্ৰিশ জাতি॥

(কীৰ্ত্তন, ৭৩)

৪৩। শ্ৰৱণে কীৰ্ত্তনে আৰ তৰিবা সংসাৰ।
ডাকি ৰাম কৃষ্ণ হৰি বোলা বাৰম্বাৰ॥

(ৰুক্মিণী হৰণ, ৫০৬)

## স্মৰণ

১। সিজে সবে ধৰ্ম্ম নাম স্মৰিলে মুখত।

(ৰত্নাকৰ ভাঃ, ৩৪৯)

২। সমস্তে ধৰ্ম্মক বিদূৰতে পৰিহৰি।
স্মৰিয়ো আমাৰ নাম মহা যত্ন কৰি॥ (ভক্তিপ্ৰদীপ, ১৫১)

৩। যাগ আদি কৰি যত বিধি নিৰন্তৰ।
জানিবা কিঙ্কৰ সবে বিষ্ণু স্মৰণৰ॥
এতেকেসে যাগ আদি বিধি আছে যত।
সিতেসবে বিষ্ণু-নাম স্মৰণ মাত্ৰত॥
হেন জানি বিষ্ণু-নাম স্মৰিবা সতত।
কদাচিতো বিস্মৰণ নুহিবা মনত॥

অভক্ষ্য ভক্ষণ আদি যত পাপচয়।
বিষ্ণু বিস্মৰণৰ কিঙ্কৰ সমস্তয় ॥
পাহৰিলে বিষ্ণুক সিজয় পাপগণ।
এতেকে বিষ্ণুক মুহিবাহা বিস্মৰণ ॥

( ৰত্নাকৰ ভাঃ, ৩৬০—৩৬২ )

৪। যি কথা কহিলো সখি! আত কোন চিত্র।
কোটি কোটি তীর্থে যাক নকৰে পবিত্র ॥
নাহি সিদ্ধি কোটি প্রায়শ্চিত্ত আচৰণে।
তাকো শুদ্ধি কৰে এক নাম স্মৰণে ॥
মোৰ নাম জানা সখি বাড়ৰ অগনি।
পাতক শুখান বন লাগে তাতে চনি ॥
হুওঁ অনুকূল মই প্রচণ্ড বতাস।
তিলেক নলাগে দহি কৰো সর্ব্বনাস ॥

( ভক্তিপ্রদীপ, ১৯১—১৯২ )

৫। হৰিৰ নামক যিটো কলিৰ যুগত ॥
আপুনিও স্মৰয় আনকো স্মৰায়।
সেহি ধন্যতম জানা পূজ্য অতিশয় ॥
সেহিসে হোৱয় মহা সুহৃদ পৰম।
ভ্রাতৃ মিত্র পুত্র আদি কেহো নোহে সম ॥

( ৰত্নাকৰ ভাঃ ৭৪১ )

৬। যাহে নাম-গুণ মুখে গাই।
পাপী পৰম পদ পায়ি ॥
ওহি ভৱ-তাপ অপাৰা।
যাহে স্মৰণে কৰু পাৰা ॥

( ভটিমা, ৰাম বিজয় নাট )

৭। হে হৰি প্ৰেম ভাবে তযু পদ
স্মৰণ অতি দুৰ্ল্লভ।
যেন মন মোৰ অহৰ্নিশে মাত্ৰ
স্মৰণ হোক সুলভ॥
(ৰত্নাকৰ ভাঃ, ৩৭৭)

৮। তোমাৰ চৰণ স্মৰে যিটো জন
মনত নিশ্চয় কৰি।
সিটো ভকতৰ এতেকে মোক্ষক
দিয়া প্ৰভু দেৱ-হৰি॥

৯। কৃষ্ণৰ চৰণ পঙ্কজ দুটয়
প্ৰকাশ আতি কৰয়॥
তাহাৰ স্মৰণ মাত্ৰকে যিমত
কৰ্ম্ম-বন্ধ দূৰ হয়।
কদাচিতো যতী সকলো সিমতে
কৰ্ম্ম-বন্ধ নেড়াৱয়॥
ইন্দ্ৰিয়বৰ্গক নিৰুধিতে অতি
নিৰ্ব্বিষয় ভৈল মতি।
তবু কৰ্ম্ম-বন্ধ এড়াইবে নপাৰে
হৰিত নকৰে ৰতি॥
(ৰত্নাকৰ ভাঃ, ৩৭৪—৩৭৫)

১০। প্ৰথমতে মোক এক চিত্তে স্মৰি
তুমি হোৱা মহা শুদ্ধি॥
জগত ব্যাপক নিৰ্ম্মল পুৰুষ
মোত আছে যত লোক।
চিদানন্দময় মঞি নিৰঞ্জন
জানিয়া স্মৰিয়ো মোক॥
(ভক্তিপ্ৰদীপ, ১২২)

১১। যেন ফল পাৱে যত যজ্ঞ তুলা-দানে।
যেন ফল পাৱে কোটি তীৰ্থ-স্নানে॥
পৰম সন্ন্যাসে সাধে যি গতি মৰণে।
পাৱে সৱ ফল এক নাম স্মৰণে॥

(ভক্তিপ্ৰদীপ, ১৬৩)

১২। হৰিক স্মৰণে জগতৰে পুণ্য পায়॥
হৰিনাম বিনে নাই তৰণ উপায়।

(দশম, ১৫৩২)

১৩। ভাৰত ভূমিত লভি নৰতনু
আক বৃথা কৰা কিক।
মূঢ় জনে যেন নাজানি বিকয়
কাচৰ মোলে মাণিক॥
হেন অনুমানি চিন্তা চক্ৰপাণি
অনাদৰি আন কাম।
তেৰেসে ইবাৰ তৰিবা সংসাৰ
ডাকি বোলা ৰাম ৰাম॥

(ৰুক্মিণী হৰণ কাব্য)

১৪। কোটি কোটি জন্ম অন্তৰে যাহাৰ
আছে মহা পুণ্যৰাশি।
সি সি কদাচিত মনুষ্য হোৱয়
ভাৰত বৰিষে আসি॥
দেৱৰ দুৰ্লভ ইহেন জন্মক
বৃথা কৰা কোন কামে।
গৃহতে থাকিয়া হৰিক স্মৰিয়া
মোক্ষ সাধা হৰিনামে॥

(কীৰ্ত্তন, ২১৫)

১৫। ভণিল শঙ্কৰে শুনা সব নৰে
যতেক বিষয় ভোগ।
পুত্ৰ-দাৰা ধন শৰীৰ স্বজন
সবাৰ আছে বিয়োগ॥
তাৰ চিন্তা এড়ি চিন্তিয়োক হৰি
অন্তকে পাইলেক পৰা।
এৰি আন কাম বোলা ৰাম ৰাম
সুখে ভৱ নদী তৰা॥ (কীৰ্ত্তন, ৬৩২)

১৬। মন মাধৱ ৰাম ৰাম জপ অবিশ্ৰাম। (কীৰ্ত্তন ঘোষা, ১৫৯)

১৭। স্মৰণ মাত্ৰকে যাক তৰয়ে সংসাৰ।
হেনয় সুহৃদ দেৱ কৈত পাইবা আৰ॥
পৰম ঈশ্বৰ আত্মা বান্ধৱ সাক্ষাত।
প্ৰত্যেকে আছয় হৰি সবাৰ হিয়াত॥
এক চিত্তে চিন্তা তান চৰণ কমল।
লৰা ৰাম নাম মহা মৰণ সম্বল॥
ঘোৰ পৰলোকে আন নাহিকে সহায়।
পৰম সুহৃদ একে নামত বিনায়॥
জানিয়া যতনে তৰিবাৰ কৰা কাম।
পাতেক ছাড়োক ডাকি বোলা ৰাম ৰাম॥
(ষষ্ঠ, ৫৩১৩—৫৩১৫)

১৮। মন ৰাম বোল ৰাম বোল ৰাম বোল ৰাম।
চিন্ত চতুৰ্ভুজ চতুৰ্ভুজ হৰি॥ (কীৰ্ত্তন ঘোষা, ১২১)

১৯। হৰিৰ চৰণ চিন্তিয়ো চিত্ত হৃদয়ে সৰ্ব্বথা।
মুখে ৰাম বোলা কৰ্ণে শুনা কৃষ্ণ কথা॥
(কীৰ্ত্তন ঘোষা, ১১৮)

———

## ধ্যান

১। ঈশ্বৰৰ ধ্যান মাত্ৰ কৰন্ত সতত।
জানিবা নৃপতি সিটো উত্তম ভকত॥

(নিমিনৱসিদ্ধ, ৮৬)

২। একমনে শুনা হৰিৰ ধ্যান।
বৈকুণ্ঠ নামে আছে মহা থান॥
শাৰী শাৰী আছে বিমানচয়।
বৈদুৰ্য্য হীৰা মৰকতময়॥

(কীৰ্ত্তন, ১৪৭)

চৈতন্যময় শুদ্ধ ৰূপ ধৰি।
পৰম আনন্দে আছন্ত হৰি॥
অতি চমৎকাৰ ৰূপ বিপুল।
কন্দৰ্প কোটি যাক নোহে তুল॥

(কীৰ্ত্তন, ১৫৫)

স্থিৰ বুদ্ধি কৰি ভকত জনে।
প্ৰত্যেক অঙ্গক চিন্তিব মনে॥
চৰণপদ্ম দেখি সুখী হুই।
অৰুণ অতি পদতল দুই॥

× × ×

হেন মনোহৰ ৰূপ নিৰীক্ষি।
থাকিব সমস্ত অঙ্গক দেখি॥
মস্তকৰ পৰা পাদ পৰ্য্যন্তে।
নমাইবে মনক দুনাই দেখন্তে॥
ধ্বজ বজ্ৰ যৱ পঙ্কজ যাৰে।
প্ৰদক্ষিণে নমি পৰিব পাৰে॥
এতেকে হৈবেক পৰম সিদ্ধি।
হৰিসে জানা জগতৰ নিধি॥

হেলায় সংসাৰ তৰিবা পুনু ।
নকৰা বিফল মনুষ্য তনু ॥
দৃঢ় কৰি ধৰা হৰিৰ পাৱ ।
পাপ সাগৰত এহিসে নাৱ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
হৰি হৰি বোলা সমস্ত জনে ॥

( কীৰ্ত্তন, ১৫৭—১৭৪ )

৩। এহি বুলি ভৈলা মুনি স্বৰ্গত প্ৰবেশ ।
ব্যাসো শান্ত চিত্ত ভৈলা পায়া উপদেশ ॥
কৃষ্ণৰ মূৰ্ত্তিক পাছে কৰিলন্ত ধ্যান ।
হৃদয়তে কৃষ্ণক দেখিলা বিদ্যমান ॥
বাম পাৰ্শ্বে মায়া দক্ষিণত ভক্তি মাৱ ।
দেখি ব্যাস ঋষিৰ ৰোমাঞ্চ ভৈল গাৱ ॥
মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত ।
দুহানো মধ্যস্থ ভাৱে আছা ভগৱন্ত ॥
বন্ধৰ মোক্ষৰ হেতু দেখি ব্যাস ঋষি ।
ভাগৱত শাস্ত্ৰ পাছে কৰিলা হৰিষি ॥

( প্ৰথম, ৬৩—৬৫ )

৪। অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি ।
পীতবস্ত্ৰে শোভে শঙ্খ-চক্ৰ-গদাধাৰী ॥
পিন্ধি আছা ৰত্নৰ মুকুট আৰ হাৰ ।
হিয়াত শ্ৰীবৎস গলে বনমালা যাৰ ॥
সেহিসে মূৰ্ত্তিক আৰাধন্ত দেৱগণে ।
তাকেসে ভকতজনে চিন্তে সৰ্ব্বক্ষণে ॥

( কীৰ্ত্তন, ২১৭৯—২১৮০ )

---

## ভজন

১। সংসাৰ সাগৰ ঘোৰ দুঃখৰ নাহিকে ওৰ
কেৱল তাপত মাত্ৰ মজি।
জানি এড়া আন ৰতি কৰিয়া একান্ত ৰতি
হুয়ো পাৰ মাধৱক ভজি॥

(দশম, ১২৭)

২। আপুনি সৃজিলা চৰাচৰ দেহ যত।
সমস্ত ঐশ্বৰ্য্য ভাৱে আছা সমস্তত॥
জীৱ অঙ্গে তুমি প্ৰৱেশিলা গাৱে গাৱে।
আবে আমি তোমাক ভজোহো সৰ্ব্বভাৱে॥
তোমাৰেসে অংশ আমি যত জীৱ জাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক॥
দিয়ো উপদেশ ভজো তোমাৰ চৰণে।
মায়াৰ বন্ধন ছিণ্ডো শ্ৰৱণ-কীৰ্ত্তনে॥

(কীৰ্ত্তন, ১৩৫৬—১৩৫৭)

৩। মায়ায় মোহিত হুয়া যিটোজন
নভজে প্ৰভু তোমাক।
সুখক আশায়ে গৃহবাসে থাকে
দৈৱে বঞ্চিলেক তাক॥
ভাৰতে দুৰ্ল্লভ নৰদেহা পায়া
নভজে তোমাৰ পাৱ।
গৃহ অন্ধকূপে পড়িয়া থাকয়
পশুৰ যেন স্বভাৱ॥

(কীৰ্ত্তন, ১৩৮৩—১৩৮৪)

৪। জগতৰে আত্মা ঈশ্বৰ দেৱ।
তোমাৰ শত্ৰু-মিত্ৰ নাহি কেৱ।

সমস্ত ভূততে আছা বিয়াপি।
ভজন্তাক প্ৰভু ভজা তথাপি ॥

( কীৰ্ত্তন, ১১৩৬—ঈশ্বৰ নিৰ্ণয়, ১২ ছেদ দেখা )

৫। বাম পদে ভজ ভাই।
ঘোষিয়ো ৰাম সদাই ॥

( কীৰ্ত্তন ঘোষা, ৩১ )

৬। ৰামেসে গতি ভজ মোৰ মতি গতি।

( কীৰ্ত্তন ঘোষা, ৯৯ )

৭। শুনা সৰ্বজন কৃষ্ণৰ বাণী।
ভক্তক স্নেহ কৰা চক্ৰপাণি ॥
কামাতুৰ ভাৱে ভজিয়া হৰি।
তৰিল এতেক গোপৰ নাৰী ॥
তাহাঙ্ক শান্তনা কৰাইল পাছে।
ভক্তৰ ইষ্ট কোন দেব আছে ॥
আলাস তেজিয়া ভজিয়ো হৰি।
সমস্ত নৰে ডাকি বোলা হৰি ॥

( কীৰ্ত্তন, ১২৬২—১২৬৩ )

৮। যিটো অনুক্ষণে শ্ৰৱণ-কীৰ্ত্তনে
ভজে এক চিত্ত কৰি।
তাহাৰ ভাগ্যক কহন নযায়
ডাকি বোলা হৰি হৰি ॥

( কীৰ্ত্তন, ১২৭৪ )

৯। ৰাম হৰি কৰুণাময় তোমাৰ চৰণে ভজো।
স্বামী ছুনাই যেন সংসাৰে নমজো ॥

( কীৰ্ত্তন ঘোষা, ১৪০ )

## অৰ্চ্চন

১। জলে ফুলে পত্রে মাত্র হৰি পূজিবেক।
আলচিয়া মনত নিশ্চয় কৰিবেক॥ ( ৰত্নাকৰ ভাঃ, ৩৮৭ )

২। সকামী সকলে পূজা কৰন্ত আমায়।
প্রসিদ্ধ যতেক মানে লাগে সমস্তয়॥
বেদৰ বিহিত যত প্রতিমাদিচয়।
সকলো প্রকাৰে মোক পূজিবে লাগয়॥
যেন লভে নিষ্কামে ভকতে দ্রব্যচয়।
তাকে দিয়া পূজিবেক কহিলো নিশ্চয়॥
( ৰত্নাকৰ ভাঃ, ৪০২ ৪০৩ )

৩। তুমি জগজীৱ তোমাক পূজিলে
মিলে আপোনাতে যাই।
যেন মুখশ্রীক প্রতিবিম্ব মুখে
দেখিয় দৰ্পণ চাই॥ ( কীৰ্ত্তন, ৪৪৩ )

৪। ঈশ্বৰ কৃষ্ণক পূজা কৰে যিটোজন॥
সমস্ত দেৱক পূজা কৰিলেক আতি।
পৃথকে পূজিলে কেহো নহন্ত তৃপিতি॥
বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয় তৃপিতি ডাল পুষ্প পত্র ফল॥
মূল এড়ি জল যদি সিঞ্চে পত্র ডালে।
কদাচিতো তৃপিতি নুহিকে একো কালে॥
( ৰত্নাকৰ ভাঃ, ৩৯৭ --৩৯৮ )

৫। পুনু পুনু কহোঁ মই সত্য হিত সাৰ।
তিনি তাপে দগ্ধ ইটো অসাৰ সংসাৰ॥
আত একে সাৰ মাত্র পূজা মাধৱৰ।
সংহাৰিয়া থৈলো ইটো বাক্য নাৰদৰ॥
( ৰত্নাকৰ ভাঃ, ৪০৫—৪০৬ )

---

## পাদ-সেৱন

১। শুনা সৰ্ব্বজন শঙ্কৰে কহে।
চিৰকাল ইটো দেহা নৰহে॥
হাটে ঘাটে কৈত মিলে মৰণ।
সদায় নেড়িবা হৰি-চৰণ॥ ( কীৰ্ত্তন, ১৫২৪ )

২। যিটোজনে কৰ্ম্ম কৰে নভজে তোমাক।
তোমাৰ মায়ায় আতি মুহিলেক তাক॥
কেৱলে তাহাৰ মাত্র গৰ্ব উপজয়।
কদাচিতো সিটো সংসাৰক নতৰয়॥
স্বপুজে সিমত গৰ্ব তযু ভকতৰ।
তোমাৰ চৰণ সেৱা কৰে যিটো নৰ॥

( ৰত্নাকৰ ভাঃ, ৪৩৫ )

৩। নমো নমো যোগেশ্বৰ হৰি।
ভৃত্যক শিখায়ো ভাল কৰি॥
মুক্ত অৱস্থাতো মোৰ মন।
নেড়ে যেন তোমাৰ চৰণ। ( কীৰ্ত্তন, ১৮৩৫ )

৪। তুমিসে মাধৱ আমাৰ বান্ধৱ
এবেসে ভৈল বিদিত।
সংসাৰ তাৰণ তোমাৰ চৰণ
তথাপি নিচিন্তে চিত্ত॥ ( দ্বাদশ, ৪৭১ )

৫। অচিন্ত্য মহিমা হৰি পুৰুষ প্ৰধান।
শত্ৰু মিত্ৰ উদাসীন সবাতে সমান॥
ভকত বৎসল দীন দয়াশীল দেৱ।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেৱ॥

( অষ্টম, ১৬৩৮ )

৬। জল বুদ্ বুদ্ যেন অথিৰ জীৱন ॥
ধন জন বন্ধু যত পুত্ৰ প্ৰাণজায়া।
সমস্ত অৱস্তু যেন ইন্দ্ৰজাল মায়া ॥
দুঃখময় সংসাৰত সৌকাৰ্য্য কিঞ্চিত্।
বিষ কলহৰ যেন মুখত অমৃত ॥
হেন বিষয়ত কেনে কৰাহা বিশ্বাস।
অমৃতক ত্যজি যেন বিষ কৰা গ্ৰাস ॥
পৰম অজ্ঞানী যেন কিৰাত সকলে।
মুকুতাক ত্যজি গুঞ্জ মণি পিন্ধে গলে ॥
হৰি ভক্তি এৰি যিটো আন কৰ্ম্ম কৰে।
জানিবা পাইলেক তাক তেন পটন্তৰে ॥
হেন জানি হৰিৰ চৰণে দিয়া চিত্ত।
কৰা পান ৰামনাম পৰম অমৃত ॥

(দশম, ২৩২০—২৩২৩)

৭। দৃঢ় কৰি ধৰা হৰিৰ পাৱ।
পাপ সাগৰত এহিসে নাৱ ॥ (কীৰ্ত্তন, ৭৪)

৮। কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
ইহ পৰলোকে হৰিচৰণেসে গতি ॥
গৈল প্ৰায় প্ৰাণ জান যেন আছ মৰি।
আন চিন্তা এড়ি ডাকি বোলা হৰি হৰি ॥

(কীৰ্ত্তন, ১৩৪৫)

৯। ত্ৰাহি যদুনন্দন দেৱ।
পাৱে পৰি মঞি কৰো সেৱ ॥ (কীৰ্ত্তন ঘোষা, ১১৯)

১০। ওঁ হৰি দীন দয়াল গোপাল পালিয়া নিয়া।
তোমাৰ নাম মুখে কৰো গায়া, তোমাৰ চৰণ চিন্তোক হিয়া ॥

(কীৰ্ত্তন ঘোষা, ১২০)

১১। নাৰদত বিষ্ণু আছন্ত কই।
বৈকুণ্ঠত মই নাথাকো বই॥
যোগীৰ হৃদয় এড়ি সমুদায়।
থাকো ভকতৰ কীৰ্ত্তন চাই॥
জানিয়া এড়া সবে ভাষভুষ।
ভাগ্যেসে ভাৰতে ভৈল মানুষ॥
আক কথা কৰা বিষয় ভোলে।
মাণিকক বিকা কাচৰ মোলে॥
মিছাত পুত্ৰ-দাৰা বুলি মৰা।
আপুনি গুণা আইলা কৈৰপৰা॥
সবে মায়াময় স্বপ্নৰ সৰি।
জন্ম সাফলি বোলা হৰি হৰি॥

( কীৰ্ত্তন, ১৫২৪—১৫২৭ )

---

## বন্দন

### (ক) নমস্কাৰ।

১। প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।

( কীৰ্ত্তন, ১ )

২। নমো নমো জ্যোতিঃফল দেৱ সনাতন।
সৰ্ব্বব্যাপী প্ৰকৃতিৰপৰ নিৰঞ্জন॥

( কীৰ্ত্তন, ১১৩৮ )

৩। প্ৰণামো আনন্দ-মূৰ্ত্তি তুমি পূৰ্ণকাম।
মায়াৰ ঈশ্বৰ কৰো তোমাক প্ৰণাম॥
নমো নমো ঈশ্বৰ জগতে বশ্য যাৰ।
অধীন মায়ায়ে স্ৰজে কল্পনা সংসাৰ॥

( দশম, ১৭১৮—১৭১৯ )

৪। নমো নমো জগত নিবাস সনাতন।
ভৃত্য-ভয়-হাৰী হৰি হুয়োক প্ৰসন্ন ॥
পুৰুষ-উত্তম প্ৰভু জগত আধাৰ।
তোমাৰেসে চৰণত কৰো নমস্কাৰ ॥

( ভক্তিপ্ৰদীপ, ২৬৯ )

৫। অচিন্ত্য মহিমা হৰি পুৰুষ প্ৰধান।
শত্ৰু মিত্ৰ উদাসীন সবাতে সমান ॥
ভকত-বৎসল দীন-দয়াশীল দেৱ।
তোমাৰ চৰণে কৰো লক্ষ্য কোটি সেৱ ॥

( অষ্টম —অমৃতমথন, ১৬১৯ )

৬। যিটো ব্ৰহ্ম নোহে তৰ্কগোচৰ।
নপাৰে বচনে মনে গোচৰ ॥
নাহি উতপতি নাহি মৰণ।
সদায়ে প্ৰণামো তানে চৰণ ॥

( কীৰ্ত্তন, ৬৭৬—৬৭৭ )

৭। নমো নমো অনন্ত শকতি নাৰায়ণ।
কাৰণৰো কাৰণ তুমিসে অকাৰণ ॥
নাহি আদি অন্ত মধ্য পৰিচ্ছন্ন যাৰ।
পূৰ্ণানন্দ দেৱ তেৰা কৰো নমস্কাৰ ॥
নমো নমো অতৰ্ক মহিমা দেৱহৰি।
জগতকে ব্যাপি আপুনি আছা ধৰি ॥
তুমি সৰ্ব্ব-সাক্ষী ৰাখি আছা প্ৰাণীচয়।
তোমাতেসে হন্তে হোৱে সৃষ্টিস্থিতি লয় ॥

( কালিদমন নাট )

৮। গোপাল হৰি কৰো প্ৰণাম।
নেৰোক মুখে ৰাম-কৃষ্ণ নাম ॥ ( কীৰ্ত্তন ঘোষা, ১৬১ )

৯। নমো নমো ভগৱন্ত পূৰ্ণ সনাতন।
অন্তৰ্য্যামী জীৱৰ নিয়ন্তা নাৰায়ণ ॥
বিবিধ কল্পনা মায়া নোছোৱে যাহাক।
পৰম ঈশ্বৰ কৰো প্ৰণাম তোমাক ॥

( দশম, ৯১৭৫ )

১০। যাকেৰি নাম উচ্চাৰি।
পায়ি পদাৰথ চাৰি ॥
জীৱ-নিয়ন্তা তুহু অজ।
বন্দো তুৱা পদ-পঙ্কজ ॥

( পাৰিজাত হৰণ নাট )

১১। নমো দামোদৰ ভকত জনৰ
পালক কৃপা সাগৰ।
যাহাৰ পদক স্বপ্নতো নেদেখে
ভকতি ৰহিত নৰ ॥
শ্ৰৱণ-কীৰ্ত্তন অৰ্চ্চন বন্দন
আদি ভকতিয়ে যাৰ।
সমস্তে লোকৰ সদ্যে পাপ হৰে
তান পাৱে নমস্কাৰ ॥
যাহাৰ চৰণে সেৱে অনুক্ষণে
যত বিচক্ষণ জন।
পাৱে ব্ৰহ্ম গতি তৰিয়া দুৰ্গতি
তাহাঙ্ক কৰো বন্দন ॥

( দ্বিতীয়, ৫১ )

১২। নমো মধু-মুৰ-মথন ৰাম।
সংসাৰ তাপ কৰা উপশাম ॥

( কীৰ্ত্তন ঘোষা, ৩০৪ )

১৩। পৰম পুৰুষ বিশ্ব ব্যাপী ব্ৰহ্ম।
নমো নমো নাৰায়ণ ঋষি নৰোত্তম ॥
নমো নমো পৰম দেৱতা অচ্যুতক।
নমো নমো শুদ্ধদেৱ পথ প্ৰদৰ্শক ॥ (দ্বাদশ, ১৪৮৯)

১৪। ৰাম মুৰাৰি প্ৰভু ৰঘুনাথ।
কৃষ্ণক প্ৰণামো দমায়া মাথ ॥
(কীৰ্ত্তন ঘোষা, ১৭)

১৫। নমো নমো দামোদৰ সংসাৰৰ বিঘ্নহৰ
ভকত অভয়দাতা দেৱ।
ভাগৱত পদ ছবি ৰচিল শঙ্কৰ কবি
কৃষ্ণৰ চৰণ কৰি সেৱ ॥

১৬। শুনিয়োক বুদ্ধলোক নিন্দা নকৰিবা মোক
যদি দেখা পদত দূষণ।
আমি জগতৰ শিষ্য জানি কৰা বিমৰিষ
মহন্তৰ ক্ষমাহে ভূষণ ॥
কৃষ্ণে দিলা যেন মতি যেন কৰে সৰস্বতী
বিৰচিলো সেই অভিপ্ৰায়।
যতেক চটক দেখা যাৰ যেন মত পাখা
তাৰ অনুৰূপেসে উড়ায় ॥
শুনা সৰ্ব্বজন তত্ব ইটো মহা ভাগৱত
তিনিয়ো লোকত তত্বসাৰ।
যত মহা যজ্ঞ দান কোটি কোটি তীৰ্থ স্নান
কেহো তাৰ নপাৰে ওচৰ ॥
কৃষ্ণ কথা যিবা ভণে যিবা শুনে এক মনে
যমৰ যাতনা কৰে চুৰি।
পুৰুষ উদ্ধাৰ কৰি সংসাৰ সাগৰ তৰি
অন্তকালে যাইব বিষ্ণুপুৰী ॥

শঙ্কৰে ৰচিল গীত আপোনাৰ চিন্তা হিত
শুনা সমজ্যাৰ যত জন।
এড়ি আলজাল কাম ডাকি বোলা ৰাম ৰাম
সমাপতি মহেশ-মোহন ॥

( কীৰ্ত্তন, ৬০৭—৬০৯ )

১৭। যাদৱ জগমোহন ৰাম।
ভকত বৎসল কৰো প্ৰণাম ॥

( কীৰ্ত্তন ঘোষা, ৫৮ )

১৮। নমো নাৰায়ণ কৰোহো সেৱ।
স্ৰষ্টাৰো স্ৰষ্টা তুমি আদি দেৱ ॥

( কীৰ্ত্তন, ১০৯৪ )

১৯। সেৱক বুলিয়া পালিয়ো নাম,
চৰণ শৰণ লৈলো।
তোমাত ভকতি নকৰি কৃপালু,
জনম বিফল কৈলো ॥

( কীৰ্ত্তন ঘোষা, ৯৪ )

২০। গোপাল কৃপাল কৰুণাময়।
হৰিয়ো হৰি ভকতৰ ভয় ॥

( কীৰ্ত্তন ঘোষা, ৯৬ )

২১। যাদৱ মধুসূদন ৰাম।
ভকত বৎসল কৰো প্ৰণাম ॥

( কীৰ্ত্তন ঘোষা, ১০১ )

———

## (খ) স্তুতি

১। বাম পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে।

( কীৰ্ত্তন ঘোষা, ৫৮ )

২। নমো নমো নাৰায়ণ অনাদি অনন্ত।
জগত কাৰণ অন্তৰ্য্যামী ভগৱন্ত ॥
যাৰ মায়াময় ইটো সংসাৰ নিৰ্ম্মাণ।
ত্ৰাহি ত্ৰাহি মহাহৰি পুৰুষ প্ৰধান ॥
যাৰ শিৰভাগ ভৈল গগন মণ্ডল।
অগ্নি যাৰ মুখ ভৈল পদ ৰসাতল ॥
চক্ষু ভৈলা দিবাকৰ চন্দ্ৰ ভৈলা মন।
নমো ব্ৰহ্মৰূপ হৰি হুয়োক প্ৰসন্ন ॥

( অষ্টম ৪২৫ --- ৪২৬ )

৩। প্ৰণামো জগত-নাথ কৰা দুঃখ দূৰ ॥
বিজ্ঞান মূৰুতি জগতৰ অন্তৰ্য্যামী।
জীৱ সুখ-দুঃখ-দাতা তুমি সব স্বামী ॥
নমো পৰিপূৰ্ণ ব্ৰহ্ম অনন্ত শকতি।
জন্মে জন্মে তৱ পাৱে থাকোক ভকতি ॥

( দশম, ১৮৪৭—১৮৪৮ )

৪। তুমি ব্ৰহ্ম ব্যাপক সাক্ষাত।
তুমি সূক্ষ্ম নিৰ্ম্মল নিৰ্গুণ ॥
সৃষ্টি স্থিতি লয়ত নিপুণ।
মোক্ষ পদ জগত ঈশ্বৰ ॥
কৰো পড়ি প্ৰণাম কিঙ্কৰ।
দুনাই দুনাই কৰো নমস্কাৰ ॥
কৰা প্ৰভু আমাক উদ্ধাৰ।
তুমি দিয়া ভুকুতি মুকুতি।
কৰো সেৱা সেহিসে যুগুতি ॥ ( কীৰ্ত্তন, ২২৪০—২২৪১ )

৫।　কেশৱ কৃষ্ণ করুণা সিন্ধু।
ত্রাহি জগন্নাথ অনাথ বন্ধু।

( কীৰ্ত্তন ঘোষা, ৫৯ )

৬।　প্রাণ বান্ধৱ মাধৱ ৰাম।
দেহু দেখা হৰি কৰো প্রণাম॥

( কীৰ্ত্তন ঘোষা, ৯৩ )

৭।　হে প্রাণনাথ নাৰায়ণ ইষ্টদেৱ।
তোমাৰ চৰণ মনে কৰোঁ কোটি সেৱ॥
মই মহামূঢ় মন্দমতি দুৰাচাৰ।
দীন দায়াশীল কৰা আপদে উদ্ধাৰ॥
তুমিসি সুহৃদ প্রিয় আত্মা নিষ্ঠে নিষ্ঠ।
উপদেশদাতা তুমি গুৰুদেৱ ইষ্ট॥

( কুৰুক্ষেত্র, ১৭৯১৩—১৭৯১৪ )

৮।　কৃপাময় মহেশ্বৰ অনাথৰ নাথ।
কৰিছো কাতৰ চৰণত থৈয়া মাথ॥
মই ভুঞ্জো যদি নিজ কৰ্ম্মৰ বিপাক।
মোৰ মনে তথাপিতো নেড়োক তোমাক॥
সদায়ে তোমাৰ ভৃত্যৰ হোক সঙ্গ।
এহি দান মাগো নকৰিয়ো আশা ভঙ্গ॥

( দ্বাদশ, ৪৯—৫০ )

৯।　তুহু জগতক গুৰু দেৱক দেৱা।
তোহাৰি চৰণে ৰহোম মোহি সেৱা॥
মুখে যোনো ছোড়োহো তুৱা নাম।
মাগো অতয়ে ঘৰ তোহাৰি ঠাম॥

( পাৰিজাত হৰণ নাট, পয়াৰ )

১০। ত্ৰাহি হৰি ৰাম মোৰে।
মঞি মজিলো সংসাৰ ঘোৰে॥

( কীৰ্ত্তন ঘোষা, ৯ )

১১। ৰাম ৰাম মুকুন্দ।
ত্ৰাহি ত্ৰাহি গোবিন্দ।

( কীৰ্ত্তন ঘোষা, ২২ )

১২। হে কৃষ্ণ কৰা কৃপা পৰমানন্দ।
নজানো ভকতি মঞি মলমতি মন্দ॥

( কীৰ্ত্তন ঘোষা, ৯৭ )

১৩। যৈতে তৈতে হোক জন্ম মোৰ কৰ্ম্ম ভাগে।
নেড়ো যেন তোমাৰ চৰণ অনুৰাগে॥
তুমি প্ৰিয়তম আত্মা পৰম ঈশ্বৰ।
হেন জ্ঞান স্ফুৰোক সদায় আমাৰ॥
পুত্ৰ পত্নী বিষয়ত নৌক আসকতি।
তোমাৰ চৰণে হৌক একান্ত ভকতি॥
হৰি ভকতৰ সঙ্গ হোক সৰ্ব্বক্ষণে।
তোমাৰ চৰিত্ৰ কথা শুনিবো শ্ৰৱণে॥
সুখে দুখে মুখে মোৰ নছাড়োক নাম।

( দ্বাদশ, ২১৮—২২০ )

১৪। সমস্ত ভূতৰ তুমিসে আতমা
হৃদয় পৰম গুৰু।
তথাপি সেৱাৰ অনুসাৰে কৃপা
কৰা যেন কল্পতৰু॥
কিমতে ভকতি কৰো পঞ্চেন্দ্ৰিয়ে
পঞ্চ দিকে লাগিধৰে।
যেন গৃহস্থক অনেক সপত্নী
সকলে আকুল কৰে॥

ভৱ বৈতৰণী মাজে মজিলোহো
নেড়ে মোক শোক-ভয়।
তোমাৰ চৰণে শৰণ লৈলোহো
কৃপা কৰা কৃপাময়॥

(কীৰ্ত্তন, ৪৪৫—৪৪৬)

১৫। বান্ধৱ মাধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি॥

(কীৰ্ত্তন ঘোষা, ৫০)

১৬। ত্ৰাহি হৰি পড়িলো পাৱ,
উপায় পৰমানন্দ দিয়া।
নসহে সংসাৰ তাপে
আৰু মোৰ হিয়া॥

(কীৰ্ত্তন ঘোষা, ৫৩)

১৭। শ্ৰী-মদে অন্ধ অতি মই মূঢ়জন।
ক্ষমিয়োক মোৰ অপৰাধ নাৰায়ণ॥
শুদ্ধ ব্ৰহ্মমূৰ্ত্তি সৰ্ব্বজ্ঞ আপুনি।
তোমাক নছোৱে ৰজতমঃ এক গুণি॥
অধীন তোমাৰ মায়া তুমি নিত্য বোধ।
এতেকে তোমাত নাই ৰোগ লোভ ক্ৰোধ॥
... ... ... ...
পৰম পুৰুষ হেৰা পড়ি কৰো সেৱ॥
নিত্য নিৰঞ্জন শুদ্ধ আনন্দ স্বৰূপ।
ভকতৰ যেনে ইচ্ছা তেনে ধৰা ৰূপ॥
নাই পৰিচ্ছিন্ন সকলৰ অন্তৰ্য্যামী।
ভকতি প্ৰসাদ মাগো তোমাক প্ৰণামি॥

(দশম, ১১৪০—১১৫১)

১৮। ওঁ হৰি দেহু দৰিশন শিৱ সনাতন
তোমাৰ চৰণে ধৰো।
তুৱা গুণ নাম ছাৰি আন কাম
কৰিয়া মিছাতে মৰো॥

(কীৰ্ত্তন ঘোষা, ৫৪)

১৯। মনৰ লগত ভৈলো বুদ্ধিহত
মায়াৰ নাপাইলো পাৰ।
মই দুৰাশয় জানি কৃপাময়
আপুনি কৰা উদ্ধাৰ॥
ভকতি সাঞ্চিৰো যিমতে বঞ্চিবো
সংসাৰ তাপ দুৰ্ঘোৰ।
দিয়ো উপদেশ হে হৃষীকেশ
হৃদয়ত থাকি মোৰ॥

(দ্বাদশ, ১৫২—১৫৩)

২০। পৰমানন্দ কৰা কৃপা ভৃত্যক সম্প্ৰতি।
তুমি বিনা নাহি আন গতি॥

(কীৰ্ত্তন ঘোষা, ২৩)

২১। ওঁ হৰি ৰাম নাৰায়ণ যাদৱানন্দন
দূৰ কৰা মোৰ মায়া।
বিষয় ব্যাধিৰ ঔষধ মাগো
ভকতি অমিয়া॥

(কীৰ্ত্তন ঘোষা, ৩৬)

২২। কৰৌ হুতি কিমতে তুমিসে নিজ আয়ু।
তোমাৰেসে কৃপাত সঞ্চৰে প্ৰাণ বায়ু॥
তেৰেসে সচল হোৱে ইন্দ্ৰিয় যতেক।
মুখতো বচন ৰঝাই তেৰেসে প্ৰত্যেক॥

আছোক সামান্য প্ৰাণী তাৰ কোন কথা ।
ব্ৰহ্মা-মহেশৰো প্ৰভু হেনয় অৱস্থা ॥
দাৰুৰ পুতলি যেন যত জীৱ আমি ।
যেন নচাই ফুৰায় তুমিসে অন্তৰ্য্যামী ॥
তথাপিতো কায়-বাক্য-মনে যিটো জনে ।
তোমাকেসে সেৱা কৰে একান্ত যতনে ॥
তাহাৰেসে হোৱা তুমি পৰম বান্ধৱ ।
নাহি তাত পৰে বন্ধু তোমাৰ মাধৱ ॥
উপজে পিতৃৰ স্নেহ কেৱলে পুত্ৰত ।
নাহিকে আপোন-পৰ তোমাৰ সিমত ॥
যেই সেই ভজে মাত্ৰ কৰিয়া নিশ্চয় ।
বোলা তাক সুহৃদ এতেকে কৃপাময় ॥

... ... ... ...

দিয়া মোক্ষ লোকৰ খণ্ডিয়া দুঃখচয় ॥
যত সৃষ্টি-প্ৰলয় তোমাত হন্তে মিলে ।
যেন জাল পাতিয়া মগৰে ছুনাই গিলে ॥
জানিলো তুমিসে ইটো জগত কাৰণ ।
তোমাকেসে ভজোঁ৷ পাৰে পশিয়া শৰণ ॥
এহি চৰণকে যিটো কৰিলে আশ্ৰয় ।
তাকেসে নছোৱে কৰ্ম্ম-ফল কাল ভয় ॥
বেদ-তাৎপৰ্য্য জানে যত মহামুনি ।
এহি চৰণৰ মাত্ৰ কথা থাকে শুনি ॥
আকেসে আশ্ৰয় কৰে আকেসে প্ৰমাণ ।
এই চৰণৰ মাত্ৰ ধৰে গুণ-নাম ॥
কেনমতে পাওঁ আৰু ইসে পৰমাৰ্থ ।
আত পৰে নজানে অপৰ পুৰুষাৰ্থ ॥

তোমাৰ কটাক্ষে মিলে ব্ৰহ্মাতো বিঘাত।
সত্যলোক পৰ্য্যন্তে কালৰ মেৰায় হাত॥
সামান্য প্ৰাণীৰ আৰ কৈবো কিবা কথা।
কালসৰ্পে দংশি মাৰে যথা যাই তথা॥
তুমি মোক্ষ-মূৰ্ত্তিৰেসে চৰণ-সেৱাত।
জানো লোকে নিশ্চয় কালৰ এড়ায় হাত॥
জগত আধাৰ তোমাৰেসে সেৱা স্বামী।
আতপৰে কুশল নজানো আৰ আমি॥
মিছা দেহে গেহে কৰে পৰম আকুল।
আক এড়ি তোমাৰ ভজিবো পদ-মূল॥
তুমিসে স্বৰূপ আন সবে মায়াপথ।
প্ৰাণ-প্ৰভু আমাৰ পূৰিয়ো মনোৰথ॥

( দ্বাদশ, ৩৩৩—৩৪৩ )

২৩। হে প্ৰভু ! কৈত মই বুদ্ধিহীন জন।
তোমাৰ মহিমা কৈত দেৱ নাৰায়ণ॥
তুমি দীনবন্ধু দয়াসিন্ধু নৰহৰি।
ভকতি প্ৰসাদ মোক দিয়া কৃপা কৰি॥

( ৰত্নাকৰ ভাঃ, ৪৯৩—৪৪৪ )

২৪। বচনত মাত্ৰ সুৰ মই শূন্যমতি মূঢ়
পৰ উপদেশত পণ্ডিত।
তুমি হেন দেৱ জানি নপাৰিলো চক্ৰপাণি
আপোনাৰ দুঃখক খণ্ডিত॥
নেড়াইলো সংসাৰ তাপ চৰণে উদ্ধাৰা বাপ
কৰোঁ হেৰা কৰিয়া প্ৰণাম।

( কুৰুক্ষেত্ৰ, ১৭২২৯—১৭২৩০ )

২৫। নমো নমো মোৰ হৃদীশ্বৰ কৃষ্ণ দেৱ।
দণ্ডৱতে পৰি কোটি কোটি কৰো সেৱ॥

তোমাৰ পাৱত প্ৰভু পশিয়া শৰণে।
এতেকে প্ৰাৰ্থনা কৰো তোমাৰ চৰণে॥
যৈতে তৈতে হৌক জন্ম মোৰ কৰ্ম্মগতি।
তোমাৰ চৰণে মাত্ৰ নছাড়োক মতি॥
ভূত-দয়া ধৰ্ম্মে মোক নেড়োক মাধৱ।
তোমাৰ ভৃত্যসে মোৰ পৰম বান্ধৱ॥
পুত্ৰ-দাৰা বিষয়ত হৌক স্নেহ ছেদ।
মুহি যেন সদায়ে তোমাত বুদ্ধি ভেদ॥
পৰ্ব্বৰ স্বভাৱ মোৰ কৰিয়ো উচ্ছাদ।
তোমাৰ চৰণে মাগো এতেক প্ৰসাদ॥
পাৱে পৰি কৰো মই কাকুতি প্ৰকটে।
নছাড়িবা নাথ মোক মৰণ সঙ্কটে॥
নজানো ভকতি ৰতি প্ৰণতি তোমাৰ।
মই অনাথক বন্ধু কৰিয়ো উদ্ধাৰ॥
তুমি মহা কৃপাময় জগতে বিদিত।
মই মহা পামৰ পশুতো গৰিহিত॥
জানি যেন যুৱাই কৰা বান্ধৱ মাধৱ।
বোলা ৰাম ৰাম কৰা পাপ পৰাভৱ॥

( নিমিনৱসিদ্ধ, ৪০৬—৪১০ )

২৬। গোপাল কৃপাল পালিয়ো বাপ
পাপ পয়োধিত মৰো।
ইজন্মত বাপ নভৈল ভকতি
পাতকী কিমতে তৰো॥

( কীৰ্ত্তন ঘোষা, ১০৩ )

২৭। নমো দামোদৰ হৰি।
নিয়োক নাথ উদ্ধাৰি॥

( কীৰ্ত্তন ঘোষা, ১০৪ )

২৮। ওঁ হৰি নমো নাৰায়ণ
চৰণে মাগো তৰণ উপায়।
তোমাৰ ভকতি বিনে বাসুদেৱ
বৃথা আয়ু বহি যায় ॥

( কীৰ্ত্তন ঘোষা, ১১১ )

২৯। ৰাম-কৃষ্ণ গোপাল ॥
ত্ৰাহি ত্ৰাহি কৃপাল।

( কীৰ্ত্তন ঘোষা, ১১৬ )

৩০। ত্ৰাহি দেৱ দামোদৰ যাদৱ নন্দন
দীন দয়াশীল স্বামী।
কৰাহা নিস্তাৰ তোমাৰ চৰণে
শৰণ পশিলো আমি ॥

( কীৰ্ত্তন ঘোষা, ১১৭ )

৩১। ত্ৰাহি সদাশিৱ শাৰ্ঙ্গপাণি।

( কীৰ্ত্তন ঘোষা, ১২৫ )

৩২। ত্ৰাহি ৰাম নিৰঞ্জন জীৱেৰ জীৱন
মুকুন্দ মুৰাৰি।
তোমাৰ চৰণে পশিলো শৰণে
নিয়োক মোক উদ্ধাৰি ॥

( কীৰ্ত্তন ঘোষা, ১৩৪ )

৩৩। স্বামী মোক পাৰ কৰা কৰুণাসিন্ধু
সংসাৰ সাগৰে, আউৰ আন গতি—
নাহিকে মাধৱ বান্ধৱ তোমাত পৰে ॥

( কীৰ্ত্তন ঘোষা, ১৩৬ )

৩৪। গোপাল গৰুড়কেতু প্ৰণামো চৰণে।
নিয়োক নিস্তাৰি হৰি পশিলো শৰণে ॥

( কীৰ্ত্তন ঘোষা, ১৭৬ )

৩৫। ওঁ হৰি প্ৰভু জগন্নাথ, নিস্তাৰ কৰা দাৰুণ সাগৰে।
কৃষ্ণৰ চৰণ ছাড়ি আনগতি, নেদেখো হামাৰে ॥
( কীৰ্ত্তন ঘোষা, ১৮১ )

৩৬। নমো নমো কৃষ্ণ মোৰ পূৰা মনস্কাম।
কৰ্ণে মুখে বিচ্ছেদ নহোক তযু নাম ॥
ৰাতুল চৰণ দুই হৃদয়ে ৰহোক।
জনমে জনমে সাধুসঙ্গ মোৰ হোক ॥
এহি কৃপা মোক কৃষ্ণ বাপ কৰিয়োক।
ৰাম ৰাম বোলা সবে দুৰ্গতি গুচোক ॥
( দ্বিতীয়, ৫৯৩—৫৯৪ )

---

## দাস্য

১। ইটো নৰতনু ভাৰত বৰিষ
কলিযুগে হৰি নাম।
চাৰিৰ সংযোগে আৰ কৈত পাইবো
কৃপা কৰা প্ৰভু ৰাম ॥
ইহেন কলিত বিষয় তৃষ্ণাত
মজি আছো ৰাতি দিন।
নিতে আয়ু যায় চেতনও নাই
মই মহা বুদ্ধিহীন ॥
মই অধমৰ মাধৱ বান্ধৱ
বুদ্ধিক নকৰা ভ্ৰংশ।
তোমাৰ স্মৰণ প্ৰজাৰ পালন
তোমাৰ কৃপায়ে আশ ॥

তোমাৰেসে অংশ যত জীৱ আমি
তুমি মোৰ নিজ স্বামী ।
প্ৰভু দামোদৰ এতেকে গোচৰ
তোমাৰেসে ভৃত্য আমি ॥

( দ্বাদশ, ৫৩৭—৫৩৯ )

ভক্তিসে পৰম লাভ জানি ।
বিষ্ণুক বোলন্ত হাসি বাণী ॥
× × ×
বাঞ্ছে ফল তথু কৰি কৃত্য ।
সিটো বাণিজ্যৰ নোহো ভৃত্য ॥
তোমাৰ অকাম ভৃত্য আমি ।
তুমিয়ো নিষ্কাম মোৰ স্বামী ॥
নাহি কাম আমাৰ অন্যথা ।
মুহি ৰাজ সেৱকৰ যথা ॥

( কীৰ্ত্তন, ৪৫০—৪৫২ )

৩। কৃষ্ণৰ কিঙ্কৰ কহে শঙ্কৰে ।
বোলা হৰি হৰি সমস্ত নৰে ॥

( কীৰ্ত্তন, ১৮৭৮ )

৪। নমো যোগেশ্বৰ স্বামী তথু নিজ ভৃত্য আমি
হেন শিক্ষা দিবে মোক কোনে ।
মুখ্যত অৰ মতি তোমাৰ চৰণে ৰতি
নেড়ে যেন নাথ সৰ্বক্ষণে ॥

( একাদশ, ১৯৪০১ )

৫। ঐশ্বৰ্য্য জঞ্জাল নলাগে আমাক
ছিণ্ডা মোৰ মোহ-পাশ ।
কৰা প্ৰভু দয়া জন্মে জন্মে হৈবো
তোমাৰ দাসৰো দাস ॥

( কীৰ্ত্তন, ১৬৩১ )

৭। কায়-বাক্য-মনে যিটো সাধু মহাশয়।
তযু পাৱে মাত্র এক কৰিলা নিশ্চয় ॥
জন্মে জন্মে হৈবোহো দাসৰো দাস তাৰ।
মোৰ মনে গুণগণ নেড়োক তোমাৰ ॥

( ৰত্নাকৰ ভাঃ, ৬৮১ )

৭। ই জন্মত বাপ নেড়াইলো সন্তাপ
ভাবত বৰিব পায়া।
কৈত কালচোৰে প্ৰাণ নেয় মোৰে
পড়িবে মনুষ্য কায়া ॥
তেজিয়া সকলে চলিবো একলে
দুৰ্ঘোৰ যম-কৰণে।
জানিয়া তথাপি নভজো অদ্যাপি
অভয় তযু চৰণে।
এতেক পঢ়িয়া জানিয়া শুনিয়া
থিৰ নোহে মতি মোৰ।
বৃথা গেল জন্ম কৰিলো পৰম
কতনো পাতক ঘোৰ ॥
কলিত সম্প্ৰতি নভৈল ভকতি
নপাইলো সাধু সঙ্গতি ॥
মঞি দুৰ্বিনয় জানি কৃপাময়
আপুনি কৰিয়ো গতি ॥
তোমাৰ ভৃত্যৰ ভৃত্যৰো ভৃত্যৰ
তাৰো ভৃত্য ভৈলো আমি।
মোক জগন্নাথ নকৰা অনাথ
নেড়িবা মাধৱ স্বামী ॥

( নিমিনৱসিদ্ধ, ৩০৭—৩০৯ )

৮। জনমবো ফল মোৰ এহিসে নিশ্চয়।
মোক অনুগ্ৰহ এহি তোমাৰ হোৱয় ॥
তোমাৰ ভৃত্যৰ ভৃত্য তাৰো ভৃত্য হৌক।
তাৰো ভৃত্য ভৃত্য তাৰো ভৃত্য বুলিয়োক ॥
নেড়িবা সন্ততে নাথ তুমি কৃপা কৰি।
এহিমন্তে ইটো বাকা থৈলোহো সংহৰি ॥

( ৰত্নাকৰ, ৬৮৫—৬৮৬ )

৯। ৰঘুপতি কি হৌক গতি,
তোমাৰ চৰণে নাৰায়ণ।
দাস বুলি নাৰায়ণ দিয়োক শৰণ ॥

( কীৰ্ত্তন ঘোষা, ১০৭ )

১০। নমো নমো কৃষ্ণ প্ৰভু কৰুণা সাগৰ।
মোক নিজ দাস বুলি ধৰা দামোদৰ ॥
মোৰ সম মহাপাপী সংসাৰতে নাই।
তুমি সম পাপহৰ কহিতো নাপায় ॥
এতেকে শৰণ লৈলো তয়ু চৰণত।
পতিত পাৱন তুমি শুনো জগতত ॥
যেই লাগে তাকে কৰা তুমি পূৰ্ণকাম।
সমাজিক লোকে ডাকি বোলা ৰাম ৰাম ॥

( দ্বিতীয়, ৫২৩—৫২৪ )

১১। হে কৃষ্ণদেৱ পৰি কৰো সেৱ
তুমি মোৰ নিজ স্বামী।
থাকি হৃদয়ত শিখাইলা যিমত
তাহাকে ৰচিলো আমি ॥
মই অতি জড় ইটো কথা বৰ
তুমিসি চৈতন্য হৰি ॥

নচুৱা যিমতে নাচো সেহিমতে
তবু আজ্ঞা শিৰে ধৰি ॥

( দ্বিতীয়, ৬৭৯ )

১২। পৰমানন্দ কৰা কৃপা ভৃত্যক সম্প্ৰতি।
তুমি বিনা নাহি আন গতি ॥

( কীৰ্ত্তন ঘোষা, ২৩ )

১৩। ইবাৰ কৰুণাময় নকৰা নৈৰাশ।
ছোড় মায়া কৰা দয়া ভৈলো তবু দাস ॥

( কীৰ্ত্তন ঘোষা, ৪৭ )

১৪। তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী ॥
নাহি কাম আমাৰ অন্যথা।
তুহি ৰাজ সেৱকৰ যথা ॥

( কীৰ্ত্তন, ৪৫২ )

---

## সখিত্ব

১। অঙ্গুলিত ফল বাম হাতে লৈয়া গ্ৰাস।
সুহৃদ শিশুক চাই কৰি পৰিহাস ॥
হসুৱাই সবাকো ভুঞ্জন্ত যদুৰাই।
দেৱগণে আনন্দে আকাশে আছে চাই ॥
এহিমতে ৰঙ্গ ঢঙ্গ কৰি বিপৰীত।
ভুঞ্জে শিশুগণে গোবিন্দত দিয়া চিত্ত ॥

( দশম, ৪০২—৪০৩ )

২। কিনো ভাগ্য কিনো ভাগ্য ব্ৰজৰ প্ৰজাৰ ইটো
আচৰিলে কি পুণ্য বিচিত্ৰ।
তুমি ব্ৰহ্ম সনাতন পূৰ্ণ পৰমানন্দ
ভৈলা আসি যাৰ মহামিত্ৰ॥

(দশম, ৪১৭)

৩। আইলা সখিসব যেৱে মোক আৰাধিত।
শুনা তাৰো কথা যেন শাস্ত্ৰৰ বিহিত॥
আন চিন্তা এৰিয়া মনত মোক ধৰে।
সততে মহন্তে মোৰ গুণ নাম স্মৰে॥
বিদূৰতে থাকি কৰে শ্ৰৱণ কীৰ্ত্তন।
বাঢ়ে মোত ভকতি নিৰ্ম্মল হোৱে মন॥

(দশম, ১৩৪৬, গোপীসবৰ প্ৰতি)

৪। কৃষ্ণত হন্তে মহামান পায়া।
বুলিলা গৰ্বে সৰ্ব্ব গোপজায়া॥
আমাৰ সম সুভাগিনী নাই।
ভৈলন্ত অধীন যাদৱ ৰাই॥

(কীৰ্ত্তন, ৮৪৭)

৫। নুহিকা যশোদা নন্দন গোবিন্দ
নিশ্চয় বুলিলো বাক।
তুমি সমস্তৰে বুদ্ধি সাক্ষী সখি
প্ৰাৰ্থিলা ব্ৰহ্মা তোমাক॥

(কীৰ্ত্তন, ৮৯৯, গোপীৰ উক্তি)

৬। বোলন্ত শুনাই কৃষ্ণ বুজি কাজ।
সখিসৱ আসি চাৰিতো বাজ॥

(কীৰ্ত্তন, ৯৩২, গোপীসবৰ প্ৰতি)

৭। চলিবে নপাৰো আৰু মই এক ভৰি।
যৈকে মন নিয়া আৰে যেন লাগে কৰি॥

শুনি হেন হৰিয়ো বুলিলা তাইক হাসি।
যাইবে যেৱে নপৰা কান্ধত উঠা আসি॥

( কীৰ্ত্তন, ৮৮৪—৮৮৫ গোপীৰ প্ৰতি কৃষ্ণ )

৮। বন্ধুৰূপী কৃষ্ণ ভৈলো বঞ্চিত।
কিমতে আৰে সম্বৰিবো চিত্ত॥

( কীৰ্ত্তন, ১৯৪১ )

৯। বান্ধৱ বুলি ত্ৰিজগত পতি।
কৰিলো সাৰথি মই কুমতি॥

( কীৰ্ত্তন, ১৯৪৭ )

১০। দেৱৰো দেৱ হেন প্ৰভু হৰি।
মাতন্ত মোক পৰিহাস কৰি।
ওৱা পাৰ্থ ওৱা সখি অৰ্জ্জুন।
কতেক কহিবো প্ৰভুৰ গুণ॥
ভুঞ্জন্তে ভ্ৰমন্তে কৃষ্ণৰ সঙ্গে।
নানা উপলম্ভ কৰিলো ৰঙ্গে॥
ভকতিৰ বলে জ্ঞান লভিয়া নিৰ্গুণ
জীৱন্তে মুকুত হুই ৰহিল অৰ্জ্জুন॥

( কীৰ্ত্তন, ১৯৫৬ )

---

## আত্ম-নিবেদন

১। তুমি সমস্তৰে চিত্ত জানাহা জগতনাথ
তোমাক অৰ্পিলো কলেৱৰ।
ছিণ্ডিয়োক মোহপাশ আজি ধৰি ভৈলো দাস
কৰা কৃপা জগত ঈশ্বৰ॥

( দশম, ৫০২ )

২। পুত্ৰ পত্নী সৱাক সেৱক কৰি দিব।
আপোন প্ৰাণকো কৃষ্ণ পাৱত অৰ্পিব ॥
কৰিব সুহৃদ হৰি ভকত সহিতে।
বৃক্ষ পশু পক্ষীকো অৰ্চ্চিব যথোচিতে ॥

( নিমিনৱসিদ্ধ, ১৫০ )

৩। যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীট পটঙ্গকো তথা কৰয় পৱিত্ৰ ॥
নকৰে প্ৰাণীক হিংসা নাহি একো স্পৃহা।
আমাত অৰ্পণ কৰে আপোনাৰ দেহা ॥

( কীৰ্ত্তন, ৪৬১ )

---

## এক শৰণ

১। সৰ্ব্ব ধৰ্ম্ম এড়ি এক শৰণ সাক্ষাত
সুদৃঢ় বিশ্বাসে সখি লৈয়োক আমাত ॥
নাহি কিছুভয় হেৰা কৰো অঙ্গীকাৰ।
সমস্ত পাপত মঞি কৰিবো নিস্তাৰ ॥

( শ্ৰীকৃষ্ণৰ উক্তি, একাদশ, ১৯০—১৯১ )

২। হুয়োক শৰণাপন্ন একে মোতে মাত্ৰ।
মোক ভজা হুইবা তেৱে মুকুতিৰ পাত্ৰ ॥

( ভক্তিপ্ৰদীপ, ১০২ )

৩। কোটি কল্পতৰু পূৰণকামা।
ঐছন ঈশ্বৰ বহু নিজ ঠামা ॥
তাহে চৰণ চিন্ত চিত্ত লাই।
তনু চিন্তামণি বিফলহি যাই ॥

আৰে নিকট নিত অন্তক গৰজি।
লেহু হৰিচৰণ শৰণ সৱ বৰজি ॥

(পাৰিজাত হৰণ নাট, ভট্টিমা)

৪। কৃষ্ণত কৰিয়ো এক শৰণ নিশ্চয়।
কৰিয়ো ভকতি মিছা তেজিয়া সংশয় ॥

(ৰত্নাকৰ ভাঃ, ৪৭৩)

৫। তুমি সত্যব্ৰত মোক্ষৰ সাধন
সৰ্ব্বকালে থাকা স্বামী।
মহা পঞ্চভূত তোমাতে ওপজে
তুমি সৰ্ব্ব অন্তৰ্য্যামী ॥
সৃষ্টিৰ অন্তত তুমি মাত্ৰ থাকা
সমতাক প্ৰৱৰ্ত্তাই।
তোমাৰ চৰণে পশিলো শৰণ
তুমি বিনে গতি নাই ॥

(দশম, ৬১)

৬। প্ৰণত পালক তোমাৰ চৰণে
লৈলোহোঁ আৱে শৰণ।
ভয়-শোক মৃত্যু গুচয় যিমতে
ৰক্ষা কৰা নাৰায়ণ ॥

(কীৰ্ত্তন, ১৩৯০)

৭। তোমাৰ মায়াত সৰ্ব্বলোক ভৈল ভ্ৰম।
কৰ্ম্মপথে ভ্ৰমি মৰে কৰে অহম্মম ॥
মই মহা মূঢ়মতি একোৱে নজানো।
স্বপ্ন সম পুত্ৰ ভাৰ্য্যা আকে সুখ মানো ॥
স্বৰ্গ-সুখ নিত্য বুলি কৰো কৰ্ম্ম ঘোৰ।
জড় শৰীৰত অহং বুদ্ধি ভৈল মোৰ ॥

দুখময় গৃহবাসে ভৈল সুখ চিত্ত।
কিনো অধমৰ মোৰ বুদ্ধি বিপৰীত ॥
অজ্ঞান অন্ধাৰে বন্ধ কৰিলে আমাক ॥
তুমি প্ৰিয় আত্মা নাথ নজানো তোমাক ॥
তোমাক নপাই পুত্ৰ ভাৰ্য্যা বুলি মৰো।
গুচায়ো কুবুদ্ধি বন্ধু চৰণত ধৰো ॥
জানিয়ো নোৱাৰো মই নিয়মিব মন।
তোমাৰ চৰণে আৱে লৈলোহো শৰণ ॥

( দশম, ১৮৪২—১৮৪৫ )

৮। যাৰ নাম মাত্ৰে তৰি হেনয় বান্ধৱ হৰি
কৰি আছা হিয়াত নিবাস।
তাঙ্ক কৰি অনাদৰ অধম অবোধ নৰ
কৰৈ আন কৰ্ম্মত বিশ্বাস ॥
সনিয়াত মাৰৈ গান্তি পিন্ধে গলে কাচ কান্তি
কোচতে আছন্তে হেমহাৰ।
হাতৰ অমৃত তেজি মৰৈ যেন বিষ ভুঞ্জি
ভৈল সেহি পটন্তৰ ভাৰ ॥
সাধৈ মহা সৰ্ব্বসিদ্ধি ভকতৰ নৱ নিধি
মাধৱৰ অৰুণ চৰণ।
শৰণ লৈয়োক তাত নিতে হোৱে আয়ুপাত
অদ্যাপিও নেদেখা মৰণ ॥
আন যত সব ধান্ধা নামক গলত বান্ধা
মৰণ সম্বল হৰি নাম ॥

( প্ৰথম, ৮৮—৮৯ )

৯। যিটো ব্ৰহ্মৰূপ নিৰাকাৰ নিৰঞ্জন।
তেন্তে তুমি জানিলো সাক্ষাতে নাৰায়ণ ॥

একো থানে মনুষ্যে মৃত্যুৰ নেড়ায় হাত।
নকৰে ভকতি যেবে মাধৱ তোমাত ॥
তোমাৰ পাৱত যেবে লৈলেক আশ্ৰয়।
তেবে সুস্থ হুয়া থাকে পৰম নিৰ্ভয় ॥
যেবে নষ্ট ভৈল লোক মহা প্ৰলয়ত।
তুমি মাত্ৰ অৱশেষে থাকাহা অন্তত ॥
হুনাই কালৰূপ হুয়া স্ৰজা নাৰায়ণ ॥
তোমাৰ চৰণে আবে লৈলোহো শৰণ।

( দশম, ৮৭—৮৯ )

১০। শাস্ত্ৰবো বুজিয়া মজ্জা সদায়ে কৃষ্ণক ভজা
হৈয়ো এক শৰণ কৃষ্ণত।
কৃষ্ণক কৰিয়ো সেৱ কৃষ্ণসে পৰম দেৱ
চিন্তা তান চৰণ মনত ॥
মায়াবো ভাঙ্গিব কাপ তৰিবা যাতনা তাপ
যমবো গুচিবে সব দায়।
যাৰ নাম লৈলে তৰি হেনসে বান্ধৱ হৰি
ইহ পৰলোকৰ সহায় ॥
তানে শুনা গুণ নাম হস্তে কৰা তানে কাম
মুখত নেৰিবা হৰি নাম।
এতেকে পাপক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
নিৰন্তৰে বোলা ৰাম ৰাম ॥

( ষষ্ঠ, ৫১৯৫—৫১৯৬ )

১১। টাটেকীয়া যেন দাৰু পুত্তলাক
যন্ত্ৰত তুলি নচাৱে।
তুমিসি চৈতন্য বোলোৱা বচন
প্ৰভু ! মোক সেহিভাৱে ॥

এতেকে তোমাৰ চৰণে শৰণ
পশিলো প্ৰভু উদ্ধাৰা।
অদ্যাপিও মোক মোহ পাশে বান্ধি
মাধৱ বন্ধু নামাৰা ॥

( কুৰুক্ষেত্ৰ )

১২। ইসব নানান বচনৰ দৰশনে।
কৰিয়ো শৰণ একে কৃষ্ণৰ চৰণে ॥

( ৰত্নাকৰ, ৭০১ )

১৩। ও হৰি চৰণে লাগো শৰণ মাগো
গোপাল গোবিন্দ।
ভৱসিন্ধু মাজে মজিলো মাধৱ
সুমৰি নাসয় নিন্দ ॥

( কীৰ্ত্তন ঘোষা, ২৮ )

১৪। গৰুড় কেতু ত্ৰাণৰ হেতু
ৰাম তুমি নাৰায়ণ।
জানি লৈলো তোমাত শৰণ ॥

( কীৰ্ত্তন ঘোষা, ৫৫ )

১৫। গোপাল গোবিন্দ যদুনন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ ॥

( কীৰ্ত্তন ঘোষা, ১১৭ )

১৬। যদুৰায় চৰণে শৰণ দিয়ো।
জগজীৱ সেৱক পালিয়া নিয়ো ॥

( কীৰ্ত্তন ঘোষা, ১৩৩ )

১৭। শুনা সৰ্ব্বজন এড়ি আন মন
দূৰ কৰি ক্ৰুৰ মতি।
কৃষ্ণ নাম বিনা ইটো কলি যুগে
নাহি নাহি আন গতি ॥

জানিয়া কৃষ্ণৰ চৰণ শৰণ
পশিয়ো সুদৃঢ় মতি।
বোলা ৰাম ৰাম ছাড়ি আন কাম
লভিবা পৰম গতি ॥

( কীৰ্ত্তন, ১৬৩৭ )

১৮। একান্ত ভকত যিটো কৰৈ কুলোদ্ধাৰ সিটো
ঐত কৃষ্ণ নামৰ স্মৰণে।
চিৰকাল নৰকত আছন্ত পুৰুষ যত
উঠি স্বৰ্গ পাৱৈ তাৰক্ষণে ॥
নাহিকৈ সংশয় আত এড়ায়ো মৃত্যুৰ হাত
লৈয়ো এক শৰণ কৃষ্ণত।

( দশম, ১৯৩৬২ )

———

## শৰণৰ চাৰিবস্তু

### (ক) নাম।

১। যতয়ে পৰমা ধৰমা কৰমা
সবকন্থ ৰাজা নাম।

( ভটিমা, কালিদমন নাট )

২। দেৱক উপৰি ৰাজা মাধৱ
ধৰম উপৰি নাম।
কোটি কলপক পাতক নাশন
ডাকি বোলহু ৰাম ৰাম ॥

( মুক্তিমঙ্গল, কালিদমন নাট )

৩। আছে যত যত যজ্ঞ ধৰ্ম্ম সংসাৰৰ।
জানিবাহা সবে হৰিনামৰ কিঙ্কৰ ॥
পুণ্য অৰণ্যত হৰিনাম মহা সিংহ।
পলাই পাপ-হস্তী যেন শুনি তাৰ বিঙ্গ ॥

( ষষ্ঠ, ১৮৬ )

৪। প্ৰথম স্কন্ধত আছে দেখিয়ো বিচাৰি।
নামেসে ধৰ্ম্মৰ ৰাজা মহা হিতকাৰী ॥
জগতৰে নিস্তাৰক মহা হৰিনাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

( ষষ্ঠ, ২৮২ )

৫। পৰম পুৰুষ হৰি যাৰ নাম লৈলে তৰি
তাক এড়ি আনকেসে ভজে।
যেন অন্ধে নাৱ এড়ি দুৰ্ঘোৰ সংসাৰে পৰি
কোটি জনমক লাগি মজে ॥
কলিত লভিয়া জন্ম নাম এড়ি আন ধৰ্ম্ম
কৰি ফুৰে যিটো মন্দ বুদ্ধি।
বিধাতা ছালন্ত কৰে হৰি ভকতিক এড়ে
কোছতে আছন্তে মহৌষধি ॥

( ৰামায়ণ, উত্তৰাকাণ্ড )

৬। অবছ নাহি বুদ্ধি শাস্ত্ৰক মৰ্ম্ম।
নামত শৰণ লেহু সৱ ধৰ্ম্ম ॥
কলিমল মথন পৰম হৰিনাম।

( ভটিমা, ৰুক্মিণী হৰণ নাট )

৭। নিষ্টে জানা সমস্তে শাস্ত্ৰৰ ইসে মজ্জা।
আন ধৰ্ম্ম কিঙ্কৰ নামেসে তাৰ ৰাজা ॥
আগম পুৰাণ শাস্ত্ৰ দেখিয়ো বিচাৰি।
কলিত তৰিবে আন পুণ্যে নাহি পাৰি ॥

কাৰো চিত্ত-বৃত্তি শৰীৰত নাই শুদ্ধি।
প্ৰভাৱত কলিৰ মলিন ভৈল বুদ্ধি ॥
কলিৰ পৰম ধৰ্ম্ম জানা হৰিনাম।

( ৰামায়ণ, উত্তৰাকাণ্ড )

৮। গঙ্গা বাৰানসী আদি তীৰ্থ নিৰন্তৰ।
কোটি কোটি ভাগো নোহে সমান নামৰ ॥
সিসৱ কিঙ্কৰ ধৰ্ম্ম নামে ৰাজা তাৰ।
জানিবা নামেসে কৰে জগত উদ্ধাৰ ॥

( ভক্তি প্ৰদীপ, ১৬২ )

৯। কলিত কীৰ্ত্তন যিটো কৰে হৰিনাম।
ভৈল সিটো সকামী হুহিবা নিষ্কাম ॥
তাঙ্ক কদাচিত আৰ কলি নবাধয়।
পৰম কৃতাৰ্থ সিটো ভৈল অতিশয় ॥
হৰিৰেসে নামে নামে নামেসে নিশ্চয়।
নাৰদে বোলন্ত মোৰ জীৱন হোৱয় ॥
কলিযুগে নাম বিনে অন্যত্ৰ উপায়।
নিশ্চয় কহিলো গতি নাই নাই নাই ॥
কহিলা নাৰদে দৃঢ় কৰি তিনিবাৰ।
কলিত নাহিকে গতি নাম বিনে আৰ ॥
কলিত কেৱলে হৰিনামে মহাধৰ্ম্ম।
এহিমানে সমস্ত শাস্ত্ৰৰ তত্ত্ব মৰ্ম্ম ॥

( ৰত্নাকৰ ভাঃ, ৭৪৩—৭৪৫ )

১০। কয়লা কলি দেখো একাকাৰ।
পাপ-পুণ্য কিছু নাহি বিচাৰ ॥
মলমতি লোক অবহু নাহি জানি।
নাহি নাহি বিনে শাৰঙ্গপাণি ॥

চিন্তহু হৰিক ছোড়হু সব্ব আশ।
হৰিনামে কৰু সুদৃঢ় বিছোৱাস ॥
ধৰমক উপৰি ৰাজা নাম।
কৃষ্ণ কিঙ্কৰ কহ বোল ৰাম ৰাম ॥

মুক্তিমঙ্গল পাঃ হঃ নাট )

১১। যত তপোধৰ্ম্ম বেদ বেদাঙ্গ
হৰিনাম বিনে নাহি সুসাঙ্গ ॥

( কীৰ্ত্তন, ১০১ )

১৩। পালন প্ৰলয় স্ৰজন জগতক
জাকেৰি পৰম বিহাৰ।
যাকু নাম ধৰি অধমা পাপী
পাৱত ভৱ-নদী-পাৰ ॥

( ভট্টিমা কেঃ গোঃ নাট )

১৩। হৰিসে আতমা হৰিসে বন্ধু।
তৰি হৰি নামে সংসাৰ সিন্ধু ॥

( কীৰ্ত্তন ঘোষা, ৮৬ )

১৪। হৰিনাম বিনে জপ-যজ্ঞ দানে
সাধিতে নপাৰে গতি।
নামৰ সমান নাহি পুণ্য আন
জানিবা তুমি নৃপতি ॥

( ষষ্ঠ, ২৮০ )

১৫। সব্ব অপৰাধক বাধক সাধক
সিদ্ধি কৰু হৰিনাম।

ভট্টিমা ৰাম বিঃ নাট )

১৬। নামৰ লগত সিজে যত পূণ্যচয়।
মোক্ষকেসে সাধে তাৰ নাহি কৰ্ম্মফল ॥

( ভক্তিপ্ৰদীপ, ১৬৭ )

১৭। হৰি-ৰাম হৰি-ৰাম এ মূল মন্ত্ৰ।
কলিত নাহি তপ-যজ্ঞ যন্ত্ৰ ॥

( কীৰ্ত্তন ঘোষা, ২৪ )

১৮। নামেসে কৰিবে সৱ মনোৰথ সিদ্ধি।
জানিবাহা হৰিৰ নামেসে নৱ নিধি ॥
নাম তপ জপ যজ্ঞ নাম যোগ ধ্যান।
নাম দান-পুণ্য নাম কোটি তীৰ্থ-স্নান ॥
নাম ধন-জন বন্ধু নাম পিতা মাতা।
নাম নিজ সুহৃদ নামেসে গতি দাতা ॥
ইহ পৰলোকে নাম বিনে আন নাই।
চাৰিও বেদৰ ইসে মুখ্য অভিপ্ৰায় ॥

( দশম, ৫৬৫—৫৬৭ )

১৯। নামে সাধে যাৰ যেন মত অভিপ্ৰায়।
যিবা মোক্ষ চাহে বৈকুণ্ঠত দেন্ত বাস ॥
জ্ঞানীৰো জানিবা হৰিনামে মোক্ষফল।
নাহিকে নামত পৰে পৰম মঙ্গল ॥

( দ্বিতীয়, ২৪—২৫ )

২০। যাকেৰি এগুণ নাম,
জগজন পূৰণ কাম।
পাপী পাপ পৰাভৱ ভিজৈ,
যো মুহে লেহি অবিশ্ৰাম ॥

( ভক্তিমা কঃ হঃ নাট )

২১। মাধৱত মতি হোৱে তাক প্ৰতি
যি ফুৰে নাম সুমৰি।
ইটো মোৰ দাস নছাড়ন্ত পাশ
ৰাখিয়া ফুৰন্ত হৰি ॥

( কীৰ্ত্তন, ১৮৪ )

২২। নাম কীৰ্ত্তনত পাৰে মনুষ্যৰ
সুহি কৰ্ম্ম-বন্ধ ছেদ।
সমস্ত সংসাৰ নামেসে উদ্ধাৰে
কহিলো পৰম বেদ ॥
ইহাৰ প্ৰমাণ সুলভে জানিবা
যিজনে নামক ৰড়ে।
তাৰ আউৰ তীৰ্থ ব্ৰত তপ জপ
কৰ্ম্মত মন নপৰে ॥
ভকতিকে মাত্ৰ কৰিবে নিশ্চয়
জীৱন তাৰ সাফল।
নামক নধৰি মনে কৰ্ম্ম কৰি
মুগুচৈ মনৰ মল ॥
স্বৰ্গ নৰকক কৰে আয়াযাত
পৰম মলিন মতি।
নাহি নাহি আন ইটো সংসাৰত
নাম বিনে আন গতি ॥

( ষষ্ঠ, ২৭৫—২৮৬ )

২৩। মহাপাপী আতি অধম জাতি।
তাকো নামে কৰে পৱিত্ৰ আতি ॥
হেনসে নাম ধৰ্ম্ম শিৰোমণি।
পাপ অৰণ্যৰ যেন অগনি ॥

( কীৰ্ত্তন, ২৩৩৭ )

২৪। মহাপাপী অন্ত্যজাতি যাৰ নাম লৈলে আতি
ছিণ্ডে তাৰ ঘোৰ কৰ্ম্ম-বন্ধ।
হেন মাধৱক তেজি আন দেৱতাক ভজি
দেখিয়ো নেদেখে কিনো অন্ধ ॥

( একাদশ, ১৯৪১৫ )

২৫। কেশৱ শিৱ শিৱ ঘোষিয়া সদায়।
বাম নাম বিনা বান্ধৱ নাই ॥

( কীৰ্ত্তন ঘোষা, '২৯ )

২৬। পৰম বান্ধৱ নাম শুনা আৰ গুণ গ্ৰাম
আতপৰে পুণ্য কিবা আছে।
যাত পৰে পাপী নাই তাকো তাৰৈ নামে পাই
কুলে হীন একৱে নবাছে ॥
দহয়ে পাতকচয় পুণ্য কৰৈ অভ্যুদয়
মিলায়ৈ মুকুতি মহাসুখে।
বোলন্তে নাহিকে শ্ৰম শুনন্তে অমৃত সম
হেন নাম কিয় এৰা মুখে ॥
ইটো কলিকালে আৰ নাম বিনে নাহি সাৰ
নামত সমস্ত পুণ্য বীজে।
যত তপ তীৰ্থ স্নান মন্ত্ৰ জাপ্য যোগ জ্ঞান
নাম সুমৰন্তে সবে সিঝে।
নামত দিয়োক চিত্ত নামেসে সুহৃদ হিত
সংসাৰ-ব্যাধিৰ মহৌষধি।
এড়ি হেন হৰি নাম কৰি মৰৈ আন কাম
তাত পৰে নাহিকে বিবুদ্ধি ॥

( একাদশ, ১৯৩২৭—১৯৩২৮ )

২৭। কোটি কোটি তীৰ্থে যাক নকৰে পৱিত্ৰ ॥
নাহি সিদ্ধি কোটি প্ৰায়শ্চিত্ত আচৰণে।
তাকো শুদ্ধি কৰে এক নাম সুমৰণে ॥

( ভক্তি প্ৰদীপ, ১৯১ )

২৮। হৰিসি পৰম প্ৰিয় আত্মা পিতা-মাতা।
হৰিসি ঈশ্বৰ সব সুখ-দুঃখ-দাতা ॥

ইহ পৰলোকে হৰি বিনে নাই কেৱ।
হেন জানি হৰিৰ চৰণে কৰা সেৱ॥
হৰিসি তাৰিবা ঘোৰ সংসাৰ নদীত।
হৰিনাম বিনে পুণ্য নাহিকে কলিত॥

(দশম, ১৬৭৮ ১৬৭৯)

২৯। নামৰ মহিমা কেনে শুনিয়ো সম্প্ৰতি॥
যিটোজন যায় মাধৱৰ নাম ধৰি।
পাছে পাছে ফুৰে দেৱ-দেৱী-স্তুতি কৰি॥
মূৰ্ত্তিমন্ত হুয়া পাঞ্চ প্ৰকাৰ মুকুতি।
মোক লোৱা বাপ বুলি কৰয় কাকুতি॥
পাপ-সংহাৰক হৰিনাম মহাবলী।
যাৰ ধ্বনি শুনি কম্পি পলায় পাপ-কলি॥
জগতৰ সুহৃদ পৰম হৰিনাম।
জানি নিৰন্তৰে ডাকি বোলা ৰাম ৰাম॥

(একাদশ, ১৯৩১৫—১৯৩১৭)

৩০। জল বুদ্‌বুদ্ যেন অস্থিৰ জীৱন॥
কেতিক্ষণে পৰে প্ৰাণ আৰো নাই থিতি।
অদ্যাপি নোপজে মন মৰণক ভীতি॥
ভাৰতে মনুষ্য তনু কত পুণ্যে পাই।
যেন চিন্তামণি হেৰা হাততে হৰায়॥
টুটি পড়ে আয়ু অনুক্ষণে দিনে দিনে।
নাহিকে কলিত গতি হৰিনাম বিনে॥

(দশম, ১৬০২—১৬০৩)

৩১। যিটো জনে ফুৰে নাম সুমৰি।
তাৰ পাছে পাছে ভ্ৰমন্ত হৰি॥
বৎসক স্নেহে যেন ধেনু যায়।
ভজিয়ো জানি হেন হৰি পায়॥ (কীৰ্ত্তন, ২৩৩০)

৬২। কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
মনুষ্য জন্ম নপায় সেম্বৰে ॥
আক বৃথা কৰা কিনো অভাগী।
মাণিকক ৰিকা কাচক লাগি ॥
কেতিক্ষণে কিবা পড়ে বিঘাত।
তথাপি চেতনা নাহিকে গাত ॥
আজি কালি কিবা মিলে মৰণ।
হৰিৰ নামত লৈয়ো শৰণ ॥

( কীৰ্ত্তন, ৬৯—৭০ )

৬৩। যেন ফল পাৱে যত যজ্ঞ তুলা-দানে।
যেন ফল পাৱে কোটি কোটি তীৰ্থ-স্নানে ॥
পৰম সন্ন্যাসে সাধে যি গতি মৰণে।
পাৱৈ সৱ ফল এক নাম নাম সুমৰণে ॥
মহা ধৰ্ম্ম-কৰ্ম্ম যত আছে সংসাৰত।
নাম সুমৰিলে সৱে সিজিবে সমস্ত ॥
উঠে নৃপতিৰ লগে যেন মন্ত্ৰী-পাত্ৰ।
সেহিমতে সিঝে পুণ্য নাম লৈলে মাত্ৰ ॥

( ভক্তিপ্ৰদীপ, ১৬৩—১৬৪ )

৬৪। হৰিক স্মৰণে জগতৰে পুণ্য পায়।
হৰিনাম বিনে নাই তৰণ উপায় ॥
কৰে কৰ্ম্ম আন হৰিত নেদি হিয়া।
জানা যেন ফুবাৱে চোৰেসে ভাৰ দিয়া ॥

( দশম, ১৫৩২ )

৬৫। পড়ে বা পিছলে জ্বৰে-তাপ পীড়া কৰে।
সৰ্পে বা দংশন্তে মাধৱৰ নাম ধৰে ॥

অনিচ্ছায়ে বোলে হৰি নাহিকে চেতনা ।
আউৰ তাৰ পাছে জানা যমৰ যাতনা ॥

( ষষ্ঠ, ১৮৫ )

৩৬ । ঘোষিয়ো হৰি হৃদিৰূপ ধৰি, ঘোষিয়ো হৰি ।
নাহি আন পুণ্য নামক সাৰ ॥

( কীৰ্ত্তন ঘোষা, ৬ )

৩৭ । কলিৰ ধৰ্ম্ম হৰিনাম জান ।
পাপীৰ নিন্দাত নিদিবা কাণ ॥

( কীৰ্ত্তন ঘোষা, ৭ )

৩৮ । নাৰদে কহন্ত মোহোৰ জীৱন
হৰিৰ নামে সম্প্ৰতি ।
নাহি নাহি নাহি হৰি নাম বিনে
কলিত কাহাৰো গতি ॥
কিবা সাহসত নিচিন্তি আছাহা
হৰিৰ নলৈয়া নাম ।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥

( ষষ্ঠ, ৫৪০৯ )

৩৯ । বাল্মীকি দুৰ্ঘোৰ আছিলেক চোৰ
ৰাম বুলি ভৈলা ঋষি ।
পাপী অজামিল বৈকুণ্ঠে চলিল
নাৰায়ণ নাম ঘুষি ॥
দাসীৰ কুমাৰ ভৈলা অৱতাৰ
নাৰদ নামৰ বলে ।
আকাশুনি নৰে নামক নধৰে
কোননো বিধাতা চলে ॥

নাহি তপ ব্ৰত কলিৰ যুগত
নামেসে পৰম ধৰ্ম্ম।
বেদৰ সাৰক নধৰে নামক
শাস্ত্ৰৰ নুবুজি মৰ্ম্ম ॥
যাত আছে বুদ্ধি ধৰি মহৌষধি
সংসাৰ ব্যাধিৰ নাম।
ভণিল শঙ্কৰে নিৰন্তৰে নৰে
ডাকি বোলা ৰাম ৰাম ॥

( ষষ্ঠ, ৫৪৭৮—৫৪৭৯ )

৪০। বুজিয়ো শাস্ত্ৰৰ কৃষ্ণসে দেৱৰ ৰাজা
হৰিনাম ধৰ্ম্মৰ ঈশ্বৰ।
যত তপ তীৰ্থ-স্নান যাগ যোগ মহা জ্ঞান
জানা সবে নামৰ কিঙ্কৰ ॥
নাহি আত অন্যৱথা বিচাৰিলো কৃষ্ণ কথা
আক শুনি হুয়োক সন্তোষ।
নিন্দা নুবুলিবা মোক কৃষ্ণে সবে খণ্ডায়োক
আছে বঢ়া টুটা যত দোষ ॥

( ষষ্ঠ, ৫৬০২—৫৬০৩ )

৪১। জানিয়া কৃষ্ণত কৰা একান্ত ভকতি।
কলিযুগে কৃষ্ণ নাম কীৰ্ত্তনৰ গতি ॥
নাই শিকা টঙ্কা হানি কৃষ্ণৰ সেৱাত।
শৰীৰতো নাহি শ্ৰম জানিবা ইহাত ॥
শুনন্তো কৰ্ণত যেন বৰিষে অমৃত।
যত মহা পাপগণ হৰয় ত্বৰিত ॥
অপ্ৰয়াসে সিজৈ সংসাৰৰ ধৰ্ম্ম যত।
জানি অহৰ্নিশে নাম নেড়িবা মুখত ॥

যাহাৰ মুখত থাকে হৰি হেন নাম।
গঙ্গা গয়া কাশী পুষ্কৰতো নাহি কাম॥
সমস্ত শাস্ত্ৰৰ ইসে পৰম যুগুতি।
বোলা ৰাম ৰাম পাইবা হাততে মুকুতি॥

( দশম, ১০৬৩১—১০৬৩৩ )

৪২। পায়া আছা জন্ম যিটো দেৱৰ বাঞ্চনি ইটো
আক আবে ব্যৰ্থ কৰা কিক।
যত মহা যজ্ঞ দান কোটি শত তীৰ্থ-স্নান
হৰিনাম সবাতো অধিক।
এভো নসম্পজে মতি কলিত নামেসে গতি
হেন জানি এড়া আন কাম।
কেনে আপুনাক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
ডাকি সবে বোলা ৰাম ৰাম॥

( দশম, ১১০০৫ )

৪১। যিটো চণ্ডালৰ জিহ্বাৰ আগত
হৰি-গুণ-নাম ৰিজৈ।
তপ জপ যজ্ঞ হোম মহাদান
জানা প্ৰতি নিতে সিজৈ॥
কুকুৰকো খায় হেন ম্লেচ্ছ সকো
হৰিনাম লবৈ মাত্ৰ।
এতেকে তেখনে সিসবো হোৱয়
যজ্ঞ কৰিবাৰ পাত্ৰ॥
হৰিৰ নামৰ অনন্ত মহিমা
তৰ্কিবে তাক নপাৰে।
পাপে ভৈল অন্ধ আনসে প্ৰবন্ধ
কৰি মৰৈ অহঙ্কাৰে॥

যাক লাগি কৃপা কৃষ্ণৰ মিলিল
সিসে লৈবে পাবৈ নাম।
হেন বেদ-বাণী সত্য হেন জানি
ডাকি বোলা ৰাম ৰাম ॥

( দশম, ১২৫০৫—১২৫০৬ )

৪৪। হৰিৰ ভকতি এড়ি আনপথে
কাহাৰো নাহি মুকুতি।
পৰম বেদান্ত গীতা ভাগৱত
শাস্ত্ৰৰ এহি যুগুতি ॥
জ্ঞানে অসহায় ভয় আছে আতি
কৰ্ম্মত বিঘ্নি বিস্তৰ।
পৰম ভকতি পথত আপুনি
সহায় হোন্ত ঈশ্বৰ ॥
হেন জানি যত্নে আলাস এড়িয়া
গলে বান্ধা হৰিনাম।
কৃষ্ণৰ কিঙ্কৰে ৰচিল শঙ্কৰে
ডাকি বোলা ৰাম ৰাম ॥

( দশম ১২৭৯২—১২৭৯৩ )

৪৫। কৃষ্ণৰ কিঙ্কৰে কহয় শঙ্কৰে
নেড়িবা মুখত নাম।
আলাসক এড়ি সমজ্যায়ে বেঢ়ি
ডাকি বোলা ৰাম ৰাম ॥

( কীৰ্ত্তন, ১২৮৬ )

৪৬। কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে ॥
মাধৱৰ জন্ম কৰ্ম্ম।
আতপৰে নাহি ধৰ্ম্ম ॥

অদ্যাপি নোপজে বুদ্ধি।
কলিযুগে মহৌষধি ॥
কৃষ্ণ ৰাম নাম বাণী।
কেনে হেলা কৰা জানি ॥
যত তপ তীৰ্থ স্নান।
আৰু যত মহা দান ॥
কেহো নোহে আৰু সৰি।
ডাকি বোলা হৰি হৰি ॥

( কীৰ্ত্তন ১৩৩১—১৩৩৩ )

৪৭। ৰামক নাম অতি অনুপাম।
ৰামক নাম ৰামক নাম ॥

( কীৰ্ত্তন ঘোষা, ১০৯ )

৪৮। বনমালী জগ মোহন ৰাম।
যোনো মোৰ মুখে ছাড়ে ৰাম কৃষ্ণ নাম ॥

( কীৰ্ত্তন ঘোষা, ১১৫ )

৪৯। ৰাম বোল ৰাম বোল লোকাই।
ৰাম নাম বিনা বান্ধৱ নাই ॥

( কীৰ্ত্তন ঘোষা, ১৩০ )

৫০। ভণিল শঙ্কৰে কৃষ্ণৰ কীৰ্ত্তন
কৰিয়ো আৰে সমাজে।
ইটো কলিযুগে আন গতি নাই
হৰিৰ নামত বাজে ॥
বৃথা আয়ু যায় তৰিয়ো লোকাই
বৈকুণ্ঠ যাইবাৰ কাম।
মায়াময় ইটো বিষয় এড়িয়া
ডাকি বোলা ৰাম ৰাম ॥

( কীৰ্ত্তন, ১৬১৪ )

৫১। কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে
কৰিয়ো কীৰ্ত্তন সমস্ত জনে ॥
কলিযুগে ইটো মহা উপায় ।
হৰি নাম লৈলে মুকুতি পায় ॥
বেদান্তৰো তত্ত্ব শুকৰ বাণী ।
জানি হেলা এড়া সমস্ত প্ৰাণী ॥
যেবে সুখে পাইবা বৈকুণ্ঠ পুৰা ।
সদায় ডাকিয়া ঘোষিয়ো হৰি ॥

( কীৰ্ত্তন. ১৬৭৮—১৬৭৯ )

৫২। পিয়ে পিয়ো ৰাম নাম অমৃত ।
বৃথা কথা কই নমৰ চিত্ত

( কীৰ্ত্তন ঘোষা, ১৪৬ )

৫৩। ওঁ ভাই ভাবিয়ো ৰাম, চিন্তিয়ো ৰাম,
ৰাম নাম যোনো ছাড়ো ।
ৰাম কৃষ্ণ নাম নানা অস্ত্ৰক প্ৰহৰি
পাপ বিপক্ষক পাড়ো ॥

( কীৰ্ত্তন ঘোষা, ১৮৭ )

৫৪। কৃষ্ণৰ কিঙ্কৰে কহে হৰিনামে পাপ দহে
ৰাম নাম সবাতো অধিক ।
যিটো জনে নাম স্মৰে সকল পাতক তৰে
অনায়াসে পাৱে মুকুতিক ॥
জগত নিস্তাৰ হেতু কৰিলা গৰুড়কেতু
ইবাৰ বিদিত হৰি নাম ।
আয়ু যায় আলে জালে কেতিক্ষণে ধৰে কালে
নিৰন্তৰে বোলা ৰাম ৰাম ॥

( কীৰ্ত্তন. ২৩২৫ )

৫৫। কলিত পৰম উপায় নাম।
একদা সিজয় ত্ৰিতয় কাম ॥
উপজে পুণ্য পাপ হোৱে দূৰ।
মিলে মহামোক্ষ সুখ প্ৰচুৰ ॥
কলিত লোকৰ মলিন মতি।
নোপজয় আন পুণ্য সম্প্ৰতি ॥
নামেসে পৰম ধৰ্ম্ম কলিত।
নামেসে মৰণ সম্বল বিত্ত ॥
হেন জানি তেজি বিষয় ধান্ধা।
হৰিৰ নামক গলত বান্ধা ॥
কত পুণ্যে পাই মনুষ্য তনু।
ইহাকে বিফল নকৰা পুনু ॥
মোহ নিদ্ৰা এড়ি লৱা চেতন।
কৃষ্ণৰ সেৱাত কৰা যতন।
সত্বৰে কৰা পৰলোক কাম।
ঘোষিযো ঘনে ঘনে ৰাম ৰাম ॥

(কীৰ্ত্তন ২৩৩৮—২৩৪)

৫৬। যাৰ নাম মাত্ৰে তৰি হেনয় বান্ধৱ হৰি
কৰি আছা হিয়াত নিবাস।
তাঙ্ক কৰি অনাদৰ অধম অবোধ নৰ
কৰৈ আন কৰ্ম্মত বিশ্বাস ॥
সনিস্নাত মাৰৈ গাণ্ঠি পিন্ধে গলে কাচ কাণ্ঠি
কোছতে আছন্ত হেমহাৰ।
হাতৰ অমৃত তেজি মৰে যেন বিষ ভুঞ্জি
ভৈল সেহি পটন্তৰ তাৰ ॥
সাধে মহা সৰ্বসিদ্ধি ভকতৰ নৱনিধি
মাধৱৰ অৰুণ চৰণ।

শৰণ লৈয়োক তাত নিতে হোৱে আয়ুপাত
অদ্যাপিয়ো নেদেখা মৰণ ॥
আন যত সব ধান্ধা নামক গলত বান্ধা
মৰণ সম্বল হৰি নাম ।
নমৰা বিষয় ভোলে কৃষ্ণৰ কিঙ্কৰে বোলে
ঘোষিয়ো সদায়ে ৰাম ৰাম ॥

( ভাঃ প্ৰথম, ৮৮—৮৯ )

---

## (খ) দেৱ

গোবিন্দদেৱ বিনে নাহি কেৱ
গোবিন্দ দেৱ ।

( কীৰ্ত্তন ঘোষা, ৭১ )

ওবা নৰলোক হৰি ভজিয়োক
ধৰা ইটো উপদেশ ।
এড়া আলজাল জীবা কত কাল
জৰা ভৈল পৰবেশ ॥
অন্য দেৱীদেৱ নকৰিবা সেৱ
নাখাইবা প্ৰসাদ তাৰ ।
মূৰ্ত্তিকো নাচাইবা গৃহো নপশিবা
ভক্তি হৈব ব্যভিচাৰ ॥
এক কৃষ্ণদেৱ কৰিয়োক সেৱ
ধৰিয়ো তাহান নাম ॥
কৃষ্ণ দাস হুয়া প্ৰসাদ ভুঞ্জিয়া
হস্তে কৰা তান কাম ॥
কৃষ্ণৰ স্থানক যত্নে চলিয়োক
সাধিয়ো পুণ্যৰ দাম ।

কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥
( দ্বিতীয়, ১২৪—১২৫

৩। নকৰিবা সেৱা সখি আন দেৱতাক।
সুহি জানা ভকতি আমাৰ ব্যতিৰেক ॥
( একাদশ, উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণ, ১৯৩৭৩

৪। হেন জানি ভজা মোক বান্ধৱ অৰ্জুন।
কৰিয়ো কীৰ্ত্তন মুখে মোৰ নাম গুণ ॥
একচিত্তে তুমি মোক মাত্ৰ কৰা সেৱ।
পৰিহৰা দূৰতে যতেক আন দেৱ ॥
নলঙ্ঘিবা মোহোৰ বাক্যক মহাভাগ।
বেদৰ ধৰ্ম্মক মানে কৰা পৰিত্যাগ ॥
হুয়োক শৰণাপন্ন একে মোতে মাত্ৰ।
মোক ভজা হুইবা তেবে মুকুতিৰ পাত্ৰ ॥
নাম সুশুনিবা তুমি আন দেৱতাৰ।
যেন মতে সুহিবে ভকতি ব্যভিচাৰ ॥
( ভক্তি প্ৰদীপ, ১০১—১০৩

৫। সমস্তে শাস্ত্ৰৰ মত বেদ বেদান্তৰ তত্ত্ব
কৃষ্ণসে পৰম ইষ্টদেৱ।
পূজে যাক ব্ৰহ্মা হৰে কোননো পামৰ নবে
তাঙ্ক আসি নকৰিবে সেৱ ॥
যাৰ নাম লৈলে মাত্ৰ যজ্ঞ কৰিবাৰ পাত্ৰ
হোৱে আতি ম্লেচ্ছ অন্ত্যজাতি।
নভজিয়া হেন দেৱ আনকেসে কৰে সেৱ
সি সি জন মহা আত্মঘাতী ॥
প্ৰথম, ৪১৯ )

৬। এড়িলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্র ভজে দৃঢ়মতি॥
তাহাৰ পাতক যদি সিঝে প্রমাদত।
নাশ হোৱে সিটো ঈশ্বৰৰ প্রসাদত॥

( নিমি নৱসিদ্ধ সংবাদ, ৩৯৮ )

৭। প্রথমে বোলন্ত পূজিয়োক গণপতি।
ৰাজায়ে বোলন্ত গুৰু কমন যুগুতি॥
পৰম পুৰুষ হৰি তাঙ্ক এৰি আগে।
কিবা গুণে গণেশক পূজিবাক লাগে॥
জগতৰ নাথ সংসাৰৰ আদি মূল।
বিষ্ণুক পূজিবো প্রথমতে দিয়া ফুল॥
বিষ্ণুত অর্পিবো যত পূজা যজ্ঞ দান।
বিষ্ণু ব্যতিৰেকে দেৱ নজানোহো আন॥
হৰি তুষ্ট ভৈলে তুষ্ট হোৱে চৰাচৰ।
হেন বিষ্ণু এড়ি পূজিবোহো লম্বোদৰ।
কাচক যতনে যেন পৰিহৰি হীৰা।
শালগ্রাম মাটিত নটীক যেন পীৰা॥

( হৰিশ্চন্দ্র উপাখ্যান, ২৪—২৭ )

৭। দুগুটি অক্ষৰ ইটো হৰি হেন নাম।
সাধে তথাপিতো ইটো দেখা কেন কাম॥
সংসাৰ ব্যাধিৰ ইসে ঔষধ সুসাৰ।
অনায়াসে কৰে দুঃখ সাগৰৰ পাৰ॥
পৰম অক্ষয় ইটো পৰলোক বিত্ত।
হেন জানি হৰিৰ নামত দিয়া চিত্ত॥
কৃষ্ণৰ কিঙ্কৰ কহে নাহি আন গতি॥
বোলা হৰি হৰি সবে থিৰ কৰি মতি॥

( দশম, ৬২৯—৬৩০ )

৯। গিলৈ কাল-সৰ্পে পাই তিলে তিলে আয়ু যায়
জানি লোৱা মৰণ সম্বল।
পদ্মৰ পত্ৰৰ জল পড়ি যেন মুহি থিৰ
সেই মতে জীৱন চঞ্চল ॥
মাধৱেসে পিতা মাতা ভকত অভয় দাতা
মাধৱত পৰে আন নাই।
হেন জানি যত্ন কৰি ডাকি বোলা হৰি হৰি
হৰি বিনে ব্যৰ্থে আয়ু যায় ॥

( দশম, ৪২৮ )

১০। মায়াৰো ভাঙ্গৱ কাপ ভৰিবা যাতনা তাপ
যমৰো গুচিবে সবে দায়।
যাৰ নাম লৈলে তৰি হেনসে বান্ধৱ হৰি
ইহপৰলোকৰ সহায় ॥
তানে শুনা গুণ-নাম হস্তে কৰা তানে কাম
মুখত নেড়িবা হৰিনাম।
এতেকে পাপক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
নিৰন্তৰে বোলা ৰাম ৰাম ॥

( ষষ্ঠ, ১৬ )

১১। পুত্ৰ দাৰা ধন সংযোগ বিয়োগ
অধিক মিলাৱে দুঃখ।
হেন জানি আন কৰ্ম্ম' পৰিহৰি
হৰিক হুয়োক সমুখ ॥
হৰি বিমুখৰ জীৱন নিষ্ফল
পশুতো অধম মতি।
আত্মঘাত কৰি চিন্তনি মৰয়
নকৰি হৰি ভকতি ॥

হৃদয়ত হৰি আছন্ত সাক্ষাত
নিচিন্তু তান চৰণ।
ৰাম-কৃষ্ণ নাম বিয়াপি আছয়
নকৰে তাক কীৰ্ত্তন ॥

( দশম, ২০১৮—২০৫৯ )

১২। শুনা সামাজিক জন কেশৱৰ কথা।
বিষয়ৰ পাদে জন্ম নকৰিয়ো বৃথা ॥
কাচৰ কাৰণে যেন তেজিয়া মাণিক।
জানি সাধুজনে যত্নে ভজিয়ো হৰিক ॥
পিতৃ-মাতৃ হৰিসে হৰিসে বন্ধু সাৰ।
হৰিসে সুহৃদ নিজ আত্মা আপোনাৰ ॥
ইহ পৰলোকত হৰিক পাইবা লাগ।
যৈকে যাইবা তৈকে হৰি হন্ত সাতো আগ ॥
হেন বন্ধু মাধৱক অৱহেলি আমি।
ভৈলোহো আপুনি আপোনাৰ অধোগামী ॥
জানি শুনি এতেক তথাপি নপাওঁ সাক্ষী।
দেখিয়ো নেদেখো যেনে খাইলো ছুয়ো আখি ॥
ছুৰ্জ্জন মনৰ সঙ্গে ভৈলো সৰ্ব্বনাশ।
নকৰিলো প্ৰভু কৃষ্ণ তোমাত বিশ্বাস ॥
আপুনি উদ্ধাৰ কৰা কৃপাময় মোক।
বোলা ৰাম ৰাম যত সামাজিক লোক ॥

( নিমি নৱসিদ্ধ, ৩২২—৩২৬ )

১৩। নমো দামোদৰ নমো নন্দৰ কুমাৰ।
নমো পৰমাত্মা নমো কৰিয়ো উদ্ধাৰ ॥

( ভক্তি প্ৰদীপ, ২৮১ )

১৪। শাস্ত্ৰবো বুজিয়া মজ্জা সদায় কৃষ্ণত ভজা
হৈয়ো এক শৰণ কৃষ্ণত
কৃষ্ণক কৰিয়ো সেৱ কৃষ্ণসে পৰমদেৱ
চিন্তা তান চৰণ মনত ॥

( ষষ্ঠ, ১৫ )

১৫। ঈশ্বৰ কৃষ্ণক পূজা কৰে যিটো জন ॥
সমস্ত দেৱক পূজা কৰিলেক আতি।
পৃথকে পূজিলে কেহো নহন্ত তৃপিতি ॥
বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয় তৃপিতি ডাল পুষ্প পত্ৰ ফল ॥
মূল এড়ি জল যদি সিঞ্চে পত্ৰ ডালে।
কদাচিতো তৃপিতি নুহিকে একো কালে ॥
পাৱয় ভোজনে যেন ইন্দ্ৰিয় সন্তুষ্ট।
মিলে মহাসুখ অতি হোৱে হৃষ্টপুষ্ট ॥
ক্ষুধাতুৰ প্ৰাণী যদি নকৰে ভোজন।
পিন্ধে গন্ধ চন্দনাদি নানান ভূষণ ॥
একো ইন্দ্ৰিয়ৰ তাত তুষ্ট নাহি হয়।
প্ৰাণ তুষ্ট ভৈলে তুষ্ট হোৱে ইন্দ্ৰিয়চয় ॥
সেহিমতে অচ্যুতক যিজনে পূজয়।
সমস্তে দেৱক পূজিলেক অতিশয় ॥

( ৰত্নাকৰ ভাঃ, ৩৯৭—৪০০ )

১৬। চাৰিবেদ চৌধ্য শাস্ত্ৰে কৃষ্ণকে কহয়।
কৃষ্ণৰেসে অংশ সবে জগত নিশ্চয় ॥
কৃষ্ণক পাইবাক লাগি কৰে যত যাগ।
তপ-জপ কৰিয়া কৃষ্ণক পাৱে লাগ ॥
জ্ঞানপথে কৃষ্ণকেসে সেৱে জ্ঞানীগণ।
কৈলো সেহি সেব্য মোৰ নন্দৰ নন্দন ॥

লীলা কৰি তেহেঁা পূৰ্ব্বে প্ৰকৃতি স্ৰজিলা।
মায়া গুণ দ্বাৰে ইটো ব্ৰহ্মাণ্ড কৰাইলা ॥
তাহাৰ ভিতৰে ভৈলা বিৰাট শৰীৰ।
ঊৰ্দ্ধে সাতলোক তাতে বুজা মহা-ধীৰ ॥
অধত অতল আৰু বিতল সুতল।
তলাতল আদি সাতো পৰম বহুল ॥
দেৱ দৈত্য মনুষ্য বিভাগি তাতে থৈল।
চাৰিবৰ্ণ কৃষ্ণৰ দেহত হন্তে ভৈল ॥
শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম চাৰিও বৰ্ণৰ।
নিজ পিতৃ কৃষ্ণ মাত্ৰ সেব্য জগতৰ ॥

(দ্বিতীয়, ৭৬—৭৯

১৭। মন মেৰি ৰামচৰণহি লাগু।
তঞি দেখনা অন্তক আগু ॥ ধ্ৰুং ॥
মন! আয়ু ক্ষণে ক্ষণে টুটে।
দেখ প্ৰাণ কোন দিন ছুটে ॥
মন! কাল অজাগৰে গিলে।
জান তিলেকে মৰণ মিলে ॥
মন! নিশ্চয় পতন কায়া।
তঞি ৰাম ভজ তেজি মায়া ॥
ৰে মন! ইসব বিষয় ধান্ধা।
কেনে দেখি নেদেখেস আন্ধা ॥
মন! সুখে পাৰ কৈচে নিন্দ।
তঞি চেতিয়া চিন্ত গোবিন্দ ॥
মন! জানিয়া শঙ্কৰে কহে।
দেখ ৰাম বিনে গতি নহে ॥

(বৰগীত, ১৮

৮। হৰিগুণ ভকতৰ কৰ্ণ অলঙ্কাৰ।
বাঢ়য় ভকতি আতি শ্ৰৱণে তাহাৰ॥
বিনাশী বস্তুত মানে হোৱে বিৰকতি।
পূৰ্ণব্ৰহ্ম কৃষ্ণত হোৱস দৃঢ়মতি॥

( ৰত্নাকৰ, ২৭১ )

১৯। ৰাম হেন দু-গুটি অক্ষৰ যিটো নৰে।
পৰম শ্ৰদ্ধায়ে আৰু সৰ্ব্বদায়ে স্মৰে॥
সি সি নৰে তৰে ঘোৰ সংসাৰ আপদ।
মহা-সুখে পাৱে সিটো মুকুতি সম্পদ॥

দশম, ৪১২ )

০। নকৰিবা সেৱ সখি আন দেৱতাৰ।
মুহি যেন আঁমাৰ ভকতি ব্যভিচাৰ॥

( কৃষ্ণৰ উক্তি ; একাদশ, ২৫০ )

১। শুনা সামাজিক লোক কৃষ্ণৰ চৰিত্ৰ।
আত পৰে আন ধৰ্ম্ম নাহিকে কলিত॥
জানিবাহা সমস্ত শাস্ত্ৰৰ ইসে সাৰ।
আত পৰে নাহি গতি কলিৰ প্ৰজাৰ॥
ভৈল মলমতি লোক তেজিলে আচাৰ।
পাতকীৰ নাহিকে কৰ্ম্মত অধিকাৰ॥
আৰে ৰাম নামক সততে যিটো গাৱে।
সেহি সাধু মনুষ্যে হাততে মোক্ষ পাৱে॥
শুনা যেনে গুণ আছে ৰামৰ নামত।
উচ্চাৰন্তে উপজে পৰম পুণ্য যত॥
মৰাকো জীয়ায়ে ইটো অমৃত ঔষধ।
হেন নাম নধৰিয়া আপুনি যায় অধ॥
কেতিক্ষণে ধৰে কালে তাৰো নাহি নাহি স্থিতি।
অদ্যাপি নুপুজে ঘোৰ নৰকৰ ভীতি॥

কৃষ্ণৰ কিঙ্কৰ কহে গতি হৰিনাম।
ঘোষিও সঘনে নিৰন্তৰে ৰাম ৰাম ॥

( প্ৰথম, ৩০৮—৩১

২২। হৰি বোল হৰি বোল আহে লোকাই।
হৰি বিনে নাই গতি ॥

( কীৰ্ত্তন ঘোষা, :

২৩। ৰাম কৃষ্ণ কহ নিতে।
ভাই ! ধৰি হৰিপদ চিত্তে ॥

( কীৰ্ত্তন ঘোষা, :

২৪। ভাই ! ৰাম কহ ৰাম কহ ৰাম মন্ত্ৰ সাৰ।
তপ যপ যজ্ঞ যাগে সিদ্ধি নাহি আৰ ॥

( কীৰ্ত্তন ঘোষা, ১৮

২৫। অনাদৰি আনধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম
শুনিবেক মহন্তৰ মুখে।
জগত প্ৰসিদ্ধ নাম কৃষ্ণ বিষ্ণু হৰি ৰাম
লাজ এড়ি গাইবে মহা-সুখে ॥

( নিমি নৱসিদ্ধ, ৫

২৬। প্ৰকৃতিত আছে মাত্ৰ ব্যৱহাৰ ধৰ্ম্ম।
তুমিসি * স্বৰূপ পৰিপূৰ্ণ পৰম ব্ৰহ্ম ॥

( কুৰুক্ষেত্ৰে, ৪৮

---

* তুমিসি—কৃষ্ণহে।

## (গ) গুৰু

১:। ভক্তি-জ্ঞান-দাতা গুৰু পূজ্য-অতিশয় ।
এহি হেতু গুৰু মই কহিলো ত্রিতয় ।।
সংসাৰত যাৰ হন্তে লভয় জনম ।
আদ্য গুৰু পিতৃ সিটো পূজনী উত্তম ।।
আন সব যত যত পূজনী আছয় ।
সবাতো কৰিয়া পিতৃ পূজনী হোৱয় ।।
কহিলো প্রথম গুৰু শুনিলা ইহাক ।
শুনিয়ো দ্বিতীয় গুৰু বোলয় যাহাক ।।
গুণৱন্ত সন্ত অতি শুদ্ধ দ্বিজোত্তম ।
সদ-কৰ্ম্মশালী মহা বেদজ্ঞ পৰম ।।
যজ্ঞ-সূত্র লৱে তেন্তে বেদ অভ্যাসয় ।
ইহাকে দ্বিতীয় গুৰু বুলিয় নিশ্চয় ।।
মই যেন ঈশ্বৰ পৰম পূজ্যত্তম ।
সিয়ো গুৰু সেহিমতে পূজনী উত্তম ।।
জন্মদাতা পিতৃকো কৰিয়া পূজা আতি ।
তৃতীয় গুৰুৰ কথা শুনা কৰ্ণ পাতি ।।
সবে আশ্রমীতে কহে ঈশ্বৰ জ্ঞানক ।
দেই উপদেশ যিটো ভকতি পন্থক ।।
সিয়োজন জানা মই সাক্ষাতে ঈশ্বৰ ।
জগতত্তে পূজ্য আৰ নাহি তাত পৰ ।।
যিটোজনে ভকতি জ্ঞানত দান কৰে ।
তাঙ্ক সেৱা কৰি যিটো সংসাৰক তৰে ।।
এতেঁকে সেহিসে বুদ্ধিমন্ত নৰোত্তম ।
জগতত আন আৰু নাহি তাৰ সম ।।

ভক্তি-জ্ঞান-দাতা গুৰু বিনে সেৱা নাই।
কহিলোহো প্রতি প্রতি তোমাতে বুজাই॥

( ৰত্নাকৰ ভাঃ, ১৩—১৯ )

২। সামান্য বিদ্যাক গুৰু উপদেশে পাই।
হৰিৰ ভকতি গুৰু-সেৱা বিনে নাই॥

( ৰত্নাকৰ ভাঃ, ১১ )

৩। বেদৰ ৰহস্য তত্ত্ব সকলে জানন্ত।
কৃষ্ণকো ভকতি বলে সাক্ষাত কৰন্ত॥
এহেন্তে উত্তম গুৰু কহিলো সম্প্রতি।
ইহাৰেসে উপদেশে শুদ্ধ হোৱে মতি॥
কৃষ্ণত ভকতি হোৱে সংসাৰকো তৰে।
নাই নাই সংসাৰত গুৰু আতপৰে॥

( ৰত্নাকৰ, ২৪—২৫ )

৪। আমাক চিনাৰে যিটো গুৰু কৃপাময়।
সেহিসে পৰম বন্ধু জানিবা নিশ্চয়॥

( উদ্ধৱৰ প্রতি শ্রীকৃষ্ণ, একাদশ, ২২৮ )

৫। অখিল লোকৰ গুৰু প্রভু নাৰায়ণ।

( দশম, ২২৮২ )

৬। জগতৰ মহা গুৰু প্রভু ভগৱন্ত।
ব্রহ্মাদিয়ো যাৰ পাদ-পঙ্কজ সেৱন্ত॥

( ৰত্নাকৰ ভাঃ, ৭৫৫ )

৭। তুহু জগত গুৰু দেৱক দেৱা।
তোহাৰি চৰণে ৰহোক মোহি সেৱা॥
মুখে যোনো ছোড়োহো তুৱা গুণনাম।
মাগো অভয়ে বৰ তোহাৰি ঠাম॥

( পয়াৰ, পাৰিজাত হৰণ নাট )

৮। বাঢ়ি আছে মন-শত্ৰু পৰম দুৰ্জয়।
আত্মা ঈশ্বৰক বন্ধিলেক অতিশয়॥
গুৰুৰূপ হৰিপদ-সেৱা অস্ত্ৰ ধৰি।
সাৱধান হুয়া ছেদিয়োক মন-বৈৰী॥
গুৰু-সেৱা বিনে আন যতেক উপায়।
দুৰ্জয় মনক আক জিনন নযায়॥
হেন জানি গুৰু-পদ-সেৱা কৰি সাৰ।
হৰিত ভকতি কৰি তৰিয়ো সংসাৰ॥

(বল্লী কৰ ভাঃ, ২৯—৩০)

৯। মাধৱ মধুসূদন দেৱ
দাস উদ্ধাৰিয়া নিয়ো।
তুমিসি পৰম গুৰু নাৰায়ণ
মোক উপদেশ দিয়ো॥

(কীৰ্ত্তন ঘোষা, ১০৮)

---

## (ঘ) ভকত

১। মই বিনে ভকতে নিচিন্তে কিছু আন।
ময়ো ভকতক বিনে নজানোহো আন॥

(উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণ; একাদশ, ১৯২৭৮)

২। ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকত জনৰ জানা আমিসে হৃদয়॥
মঞি বিনে ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মঞি নিচিন্তোহো আন॥ (কীৰ্ত্তন, ১৮২৯)

৩। লোভ মোহ কাম ক্ৰোধ বিষয় আক্ৰোশে।
নোছোৱয় মোৰ ভকতক একো দোষে॥

(একাদশ, ১৯২৮০)

৪। যত তীৰ্থ দেৱ সবাকো পৱিত্ৰ
ভকতে কৰে আমাৰ।
তাৰ পাছ লাগি ফুৰে যত দেৱ
শুনা নাম কহোঁ তাৰ ॥

( অৰ্জ্জুনৰ প্ৰতি শ্ৰীকৃষ্ণ ; ভক্তি প্ৰদীপ, ১২৫ )

৫। যত নদ-নদী সিও তীৰ্থ হয়
শিলৰ প্ৰতিমা দেৱ।
তেসম্বে পৱিত্ৰ কৰে যেবে পুনু
বহুকালে কৰে সেৱ ॥
দেখিল মাত্ৰকে ভকতে পৱিত্ৰ
কৰে লোক নিৰন্তৰ।
দেৱে তীৰ্থে জানা ভকত জনৰ
অনেক মহদন্তৰ ॥

( কীৰ্ত্তন, ১২৮২ )

৬। কোননো পণ্ডিতে এড়িয়া তোমাক
আনক ভজিবে যায়।
ভকত জনক আপোনাকো দিয়া
জানো ইটো অভিপ্ৰায় ॥
ভকতেসে প্ৰভু তোমাৰ বান্ধৱ
দিয়া মনোৰথ সিদ্ধি ॥

( কীৰ্ত্তন, ১২৭৯—১২৮০ )

৭। ভকত সমান সখি মোৰ কোন আছে।
মঞি মহা ভকতৰ ফুৰো পাছে পাছে ॥

( উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণ ; একাদশ, ১৯২৭৯ )

৮। চৌৰাশী অধ্যায়ে আৰু দশম স্কন্ধৰ।
শুনিয়োক পুন্নু কহোঁ বচন কৃষ্ণৰ ॥
মুনি সমস্তৰ আগে বোলন্ত বচন।
মৰাশৰ তুল্য শৰীৰক যিটো জন ॥
আত্মা বোধ কৰি অহঙ্কাৰ কৰি ঘোৰ।
মৃত তুল্য ভাৰ্য্যাদিক বোলে ইটো মোৰ ॥
প্ৰতিমাতে কেৱলে দেৱতা বুদ্ধি কৰে।
জলত কৰয় তীৰ্থ বুদ্ধি নিৰন্তৰে ॥
ইটো চাৰি বুদ্ধি মহন্তত নকৰয়।
গৰুত্ত অধম সিটো কহিলো নিশ্চয় ॥

( ৰত্নাকৰ ভাঃ, ৮১৫—৮১৬ )

৯। ভকত জনৰ যেন সুখ বিপৰীত।
স্বপ্নতো নেদেখে জ্ঞানী-কৰ্ম্মী কদাচিত ॥

( একাদশ, ১৫৪ )

---

## (১) উত্তম ভকত

১। মোকলাগি প্ৰেম উপজিল যাৰ মনে
নড়ো তাৰ হৃদয়ক সখি সৰ্ব্বক্ষণে ॥
বান্ধিলেক আমাৰ পাৱত প্ৰেম জৰী।
জানা নাই উত্তম ভকত তাক সৰি ॥

( একাদশ, ১৬৮ )

২। নিমজিল চিত্ত যাৰ হৰি চৰণত।
দেখে বিষ্ণুবেসে মায়া সমস্তে জগত ॥

ইন্দ্ৰিয়ৰ ভোগক আক্ৰোশ নকৰয় ।
দ্বেষো নকৰয় যদি আপুনি মিলয় ॥
যদিবা কৰয় ভোগ জানে মায়াময় ।
উত্তম ভকত এহি জানিবা নিশ্চয় ॥

( ৰত্নাকৰ ভাঃ, ৫৫২—৫৫৩ )

৩। নকৰে আপোন-পৰবুদ্ধি ধন বিত্তে ।
সমস্তৰে একে আত্মা জানে যিটো চিত্তে ॥
সকলো লোকত সম শান্ত নিৰূপম ।
চিনিবা নৃপতি সিটো ভকত উত্তম ॥

( নিমি নৱসিদ্ধ, ৯০—৯১ )

৪। মইসে কেৱল জানা স্বৰূপত
সমস্তৰে অন্তৰ্যামী ।
দেশে কালে মোৰ পৰিচয় নাই
চিদানন্দ-ৰূপ আমি ॥
ঈশ্বৰক মোক এহিমত ৰূপে
যদি বা জানি নজানি ।
ব্যভিচাৰ শূন্য ভকতিয়ে মাত্ৰ
ভজে মোক যিটো প্ৰাণী ॥
সেহিটো আমাৰ উত্তম ভকত
কহিলো মোৰ সম্মত ।
ভকত লক্ষণ ঈশ্বৰে আপুনি
কহিলন্ত উদ্ধৱত ॥

( ৰত্নাকৰ ভাঃ, ৯৮—৯৯ )

৫। ঈশ্বৰৰ ধ্যান মাত্ৰ কৰন্ত সতত ।
জানিবা নৃপতি সিটো উত্তম ভকত ॥ ( নিমি নৱসিদ্ধ, ৮৬ )

———

## (২) প্ৰধান ভকত

নব নিমিষাৰ্দ্ধ কৃষ্ণ চৰণ ভকতি।
এৰিলে এতেকে পাৱৈ ত্ৰৈলোক্য সম্পত্তি॥
তথু হৰি-পদ-সেৱা ক্ষেণাৰ্দ্ধো নেৰয়।
জানে হৰি ভক্তি বিনে সাৰ নাহিকয়॥
ত্ৰৈলোক্য ঈশ্বৰ যত দেৱতা সকল।
তাৰা সবে নতু পাৱে বিচাৰি কেৱল॥
এতেকে ত্ৰৈলোক্য পদ তুচ্ছ জানি মনে।
কৃষ্ণৰ চৰণ সেৱা নেৰয় যতনে॥
প্ৰধান ভকত এহি জানিবা নিশ্চয়।

( ৰত্নাকৰ ভাঃ, ৫৫৯—৫৬০ )

---

## (৩) মধ্যম ভকত

১। ঈশ্বৰক দেখি যিটো নামে সমস্তত
সমানত মৈত্ৰী কৰে প্ৰীতি উত্তমত॥
বিপক্ষত ক্ষমা কৰে কৃপা দুঃখিতত।
জানা ৰাজা সেহিজন মধ্যম ভকত॥

( নিমিৰ প্ৰতি হৰিসিদ্ধ ; ৰত্নাকৰ ভাঃ, ৫৯৫ )

২। তাতে পুনৰপি কহো তৃতীয় অধ্যায়ত।
মহন্তৰ সঙ্গ আসি লৈব প্ৰথমত॥
হুয়া আতি বিৰকতি মনে সমস্তত।
সবাতে ঈশ্বৰ আছে জানিবা মনত॥
উপদেশ পায়া যথোচিত প্ৰৱৰ্ত্তয়।
উত্তমত সেৱা মহা শ্ৰদ্ধায়ে কৰয়॥
হীনত কৰয় দয়া মৈত্ৰী সমানত।
জানিবা নৃপতি সেহি মধ্যম ভকত॥ ( ৰত্নাকৰ ভাঃ, ৫৯৭ )

৩। একান্তে কৰয় প্ৰেম যিটো ঈশ্বৰত।
মৈত্ৰতা আচৰে হৰি ভকত সবত॥
অজ্ঞক কৰুণা। ক্ষমা কৰে বিপক্ষত।
সেহিজন জানিবা মধ্যম ভাগৱত॥

(নিমি নৱসিদ্ধ, ৮১)

৪। সপ্তম অধ্যায়ে আছে চতুৰ্থ স্কন্ধত।
কহন্ত নাৰদ ঋষি ধ্ৰুবৰ আগত॥
গুণতো অধিক যিটো আপোনাত কৰি।
তাকো দেখি প্ৰীতি অতি কৰিব সাদৰি॥
নকৰিব কদাচিত তাহাক অসূয়া।
গুণাধম জন দেখি কৰিবেক দয়া॥
সমানে সহিতে যিটো মিত্ৰতা কৰয়।
সংসাৰৰ তিনি তাপে তাক নুছুৱয়॥

(ৰত্নাকৰ ভাঃ, ৫৯৮—৫৯৯)

---

## (৪) প্ৰকৃত ভকত

১। একাদশ স্কন্ধে আছে দ্বিতীয় অধ্যায়ত।
হৰিৰ বচন নিমি ৰাজাৰ আগত॥
নাহি মান্য ভক্তকো আনকো নাহিকয়।
একে প্ৰতিমাতে মাত্ৰ হৰিক পূজয়॥
প্ৰকৃত ভকত এহি জানিবা নৃপতি।
হুইবে শ্ৰেষ্ঠ সিদ্ধো পাছে কৰন্ত ভকতি॥

(ৰত্নাকৰ ভাঃ, ৬০৫—৬০৬)

২। নৃপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক॥
সেহিজন জানিবাহা প্ৰকৃত ভকত।
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত॥
অনুক্ৰমে উত্তম হৈবেক সিটোজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন॥

( নিমি নৱসিদ্ধ, ৮২—৮৩ )

---

## (৫) মহা-ভকত

১। মহা ভকতৰ পৰম আশ্ৰয়
ভগৱন্ত আত্মাৰাম।
যিটো জনে এক শৰণ ধৰিয়া
সুমৰৈ তাহানে নাম॥
সেহি ভকতৰ যদি নাম লবৈ
চাণ্ডালো হোৱে পবিত্ৰ।
হৰি নাম শুদ্ধ কৰিসে ইহাত
আছে কোন আৰে চিত্ৰ॥

( প্ৰথম, ৩১৮ )

২। লোভ মোহ কাম ক্ৰোধ তেজি বহু বিষ।
মনত হৰিক স্মৰি ফুৰে অহৰ্নিশ॥
এহিমতে মহাভক্ত সবে প্ৰবৰ্ত্তয়।
কহিলো তোমাত ইটো নৃপতি নিৰ্ণয়॥

( ৰত্নাকৰ-ভাঃ, ৫৬৬ )

৩। কোনো কৰ্ম্ম বৰ্ণাশ্ৰম ধৰ্ম্ম নাচৰয়।
তথাপি দেহত অহঙ্কাৰ নুপুজয়॥
কহিলোহো এহি চিহ্ন মহা ভকতৰ।

(ৰত্নাকৰ ভাঃ, ৫৫৭)

৪। সব পৰিহৰি কৃষ্ণ-নামক গাৱয়।
নাম এড়ি আন বৃথা কথা নভাৱয়॥
কহিলোহোঁ যত মহা ভকত লক্ষণ।

(ৰত্নাকৰ ভাঃ, ৫৪৬)

৫। বিষয় আলাপ পাপ জানি ছাৰে তাক॥
লৈয়া মহা সাধুসঙ্গ মহা শুদ্ধ ভাৱে।
সুখে দুখে মুখে মাত্ৰ হৰিনাম গাৱে॥
যতেক লক্ষণ কৈলো মহা ভকতৰ।
সবাতো অধিক যিটোজন সাৰতৰ॥

(নিমিনৱসিদ্ধ, ৯৮—৯৯)

---

## (৬) পৰম ভকত

১। জনম মৰণ শ্ৰম ক্ষুধা তৃষ্ণা ভয়।
দেহ ইন্দ্ৰি প্ৰাণ বুদ্ধি মনৰ হোৱয়॥
সংসাৰৰ ধৰ্ম্ম ইটো মোৰ নুহিকয়।
এহিমনে মানি সদা হৰি উচ্চাৰয়॥
নুগুচে ক্ষণেকো হৰিস্মৰণ মনত।
জানিবাহা সেহিজন পৰম ভকত॥

(ৰত্নাকৰ ভাঃ, ৫৫৪)

---

## (৭) একান্ত ভকত

১। হে কৃষ্ণ! তযু কথা অমৃত সাগৰ ক্রীড়া
কৰে যিটো আনন্দে পৰম।
সেহিটো একান্তভক্ত ধৰ্ম্ম অৰ্থ কাম মোক্ষ
চাৰিবৰ্গ কৰে তৃণসম॥

(ৰত্নাকৰ ভাঃ, ৪৮৩)

২। একান্ত ভকতে কৰে সম্ভাষণ
যদিবা গ্ৰাম্য আলাপে।
তথাপি সমস্তে পুৰুষক এড়ে
অনেক জন্মৰ পাপে॥

(প্ৰথম, ৩১৭)

———

## (৮) উত্তম ভাগৱত

১। সমস্ত ভূততে সম থাকে সৰ্ব্বদাই।
ধনে জনে আত্মাপৰ ভেদ বুদ্ধি নাই॥
সমস্তৰে একে আত্মা মানয় মনত।
সেহিজন জানিবাহা উত্তম ভাগৱত॥

(ৰত্নাকৰ ভাঃ, ৫৫৮)

২। কৰিলেক একে কৃষ্ণ দেৱক আশ্ৰয়।
কাম-কৰ্ম্ম বাসনা চিত্তত নুপূজয়॥
মনৰ নুগুচে সদা হৰিক স্মৰণ।
কহিলো উত্তম ভাগৱত সেহিজন॥

(ৰত্নাকৰ ভাঃ, ৫৫৫)

৩। কৃষ্ণকেসে চিত্তে যিটো নবাঞ্ছে বিষয়।
দেখন্ত বিষ্ণুৰ মায়া জগত নিশ্চয় ॥
নকৰে আক্ৰোশ দ্বেষ নাহিকে মনত।
সেহিজন জানিবা উত্তম ভাগৱত ॥

( নিমিনৱসিদ্ধ, ৮৪—৮৫ )

—

## (৯) মহা ভাগৱত

১। সমস্ত প্ৰাণীক দেখে ঈশ্বৰ কৃষ্ণত।
হৰিক দেখয় যিটো প্ৰাণ সমস্তত ॥
সম্পূৰ্ণ ঐশ্বৰ্য্যে ব্যাপি আছে সমস্তত।
হেন দেখে যিটো সেই মহা ভাগৱত ॥

( ৰত্নাকৰ ভাঃ, ৫৫১ )

২। ঈশ্বৰত দেখে যিটো সমস্তে প্ৰাণীক।
প্ৰাণী সমস্ততো দেখে ঈশ্বৰ মূৰ্ত্তিক ॥
সমস্তে ঐশ্বৰ্য্য ব্যাপি আছে জগতত।
হেন যিটো দেখে সিটো মহা ভাগৱত।

( নিমিনৱসিদ্ধ, ৮০ )

## (১০) সাধু বা সন্ত

১। বোলন্ত মাধৱে শুনিয়ো উদ্ধৱ
সন্তৰ কহোঁ লক্ষণ।
প্ৰাণী সকলৰ দুঃখ সহিবাক
নপাৱয় সাধুজন ॥

শক্তি অনুৰূপে কৰয় সবাকো
উপকাৰ সাধু নৰে।
মহা ক্ষমাশীল সহন শীল
অসূয়া কাকো নকৰে॥
একোৱে প্ৰাণীৰ দ্ৰোহ নকৰয়
পৰম কোমল-চিত।
নাহিকে বিকাৰ নেৰে সদাচাৰ
স্বধৰ্ম্মত ভৈল থিত॥
ইন্দ্ৰিয় সৱক বশ্য কৰিলেক
সুখে দুঃখে ভৈলা সম।
একো কামে চিত্ত চলিতে নপাৰে
সত্য সে বল পৰম॥
লোক চেষ্টা যত সবে তেজিলেক
অলপ ভৈল আহাৰ।
বস্তু পৰিগ্ৰহ নাহিকে সম্ভৱ
কহিলোহোঁ সাৰে সাৰ॥
মোক মাত্ৰ এক কৰিলে আশ্ৰয়
ভৈলা অতি সাৱধান।
মান্য লভিবাক বাঞ্ছা নকৰন্ত
আনক কৰন্ত মান॥
আপদ কালত কৃপণ স্বভাৱ
নাহিকে সাধু সবৰ।
সংসাৰৰ ছয়- উৰ্ম্মিক জিনিল
শোক মোহ নিৰন্তৰ॥
পৰম সহন- শীল সাধুসব
জ্ঞানৱন্ত অতিশয়।

মহা কাৰুণিক বস্তু লোভ এড়ি
কৰুণায়ে প্ৰবৰ্ত্তয় ॥
কদাচিত লোক বঞ্চক মুহিকে
সাধুসব যত যত।
জ্ঞান উপদেশ দিবাৰ সামৰ্থ্য
হোৱয় সাধু সমস্ত ॥
শুনা সখি আৰ বেদৰূপে মই
কহি আছো ধৰ্ম্মগণ।
আচৰিলে গুণ নাচৰিলে দোষ
জানিয়া আৰু যিজন ॥
ভকতিত সবে ধৰ্ম্ম সিদ্ধ হৈব
কৰিয়া দৃঢ় নিশ্চয়।
তেজি ধৰ্ম্ম সিটো মোক ভজে যিটো
সেহি সাধু মহাশয় ॥
( ৰত্নাকৰ ভাঃ, ৯২—৯৭ )

---

## (১১) মহা সাধু

১। ভকতিসে সমস্ত পুণ্যৰ হোৱে পাত্ৰ।
জানি নিজ ধৰ্ম্ম তেজি মোক ভজে মাত্ৰ ॥
সুদৃঢ় বিশ্বাস মোতে কৰিলে নিশ্চয়।
সেহি মহা সাধু সখি নাহিকে সংশয় ॥
( উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণ—একাদশ, ১৮৩ )

২। আন দেৱ নাবাধে নসাধে স্বৰ্গ কাম।
নেড়ে সুখে দুঃখে মুখে মোৰ গুণ-নাম॥
মোৰ মূৰ্ত্তি মনে নিতে হৃদয়ত ধৰে।
জানা সখি সেহি মহাসাধু সুখে তৰে॥

(ভগা, ৯৮৪)

## (১২) পৰম সাধু

১। আন ক্ষুদ্ৰ দেৱতাত যদি নেদৈ মতি।
মহা দুৰাচৰো কৰৈ আমাত ভকতি॥
সেহিসে পৰম সাধু জানা মহাশয়।
যিহেতু আমাক মাত্ৰ কৰিলে যানা নিশ্চয়॥

(একাদশ, ১৬১)

---

## (১৩) মহন্ত

১। মাধৱৰ গুণ-কৰ্ম্ম শ্ৰৱণ কৰিতে।
ভৈলা যাৰ সদায় সন্তোষ অতি চিত্তে॥
পৰম মহন্ত তাৰা জানিবা নৃপতি।
তাসম্বাৰ সঙ্গতেসে হোৱয় ভকতি॥
মহন্তৰ সঙ্গক এ ড়য়া যিটো নৰে।
হৰি-কথা চিন্তনাদি আপুনিয়ে কৰে॥
তাহাৰ ভকতি নুহিকয় কদাচিত।
শুনা এহি অৰ্থ কহোঁ কৰিয়া বিদিত॥
হৰিৰ চৰিত্ৰ কহে মহন্ত সকলে।
অতি মহা শুদ্ধ চিত্তে অমৃত কেৱলে॥

নদী ৰূপে বহে যিটো সকলো দিশক।
সাৱধানে পিয়ে কৰ্ণে সিটো অমৃতক ॥
শ্ৰদ্ধায়ে কৰন্ত পান মহন্ত সন্তত।
নোচোৱে তাহাক ক্ষুধা-তৃষ্ণা আদি যত ॥

( ৰত্নাকৰ ভাঃ, ১০৩১—১০৩৩ )

---

## (১৪) সাধুসঙ্গ

১। কত মহাভাগ্যে ভকতক লাগ পাই।
আতপৰে জীৱৰ পৰম ভাগ্য নাই ॥

( দ্বাদশ, ৪২৪ )

২। উদ্ধৱৰ প্ৰতি বাক্য মাধৱে বোলন্ত।
যাক প্ৰতি সপ্ত সূৰ্য্য উদয় ভৈলন্ত ॥
জ্ঞান আদি তাৰ নানা চক্ষু প্ৰকাশয়।
সগুণ নিৰ্গুণ ভেদ ভক্তিৰ জানয় ॥
হোৱয় আদিত্য আসি সাক্ষাতে উদয়।
একে মাংস-চক্ষু মাত্ৰ প্ৰকাশ কৰয় ॥
ঘট-পট জ্ঞান মাত্ৰ উপজে কেৱল।
কৰিবাক নপাৰয় মনক নিৰ্ম্মল ॥
এতেকেসে সন্তে মাত্ৰ দেৱতা বান্ধৱ।

( ৰত্নাকৰ ভাঃ, ৮০—৮১

৩। যাহাৰ সংসাৰ গুচিবেক তাৰ
মিলয় সাধু সঙ্গতি।
যেৱে সাধুসঙ্গ ভৈল প্ৰভু তেবে
তোমাত উপজে মতি ॥

( কীৰ্ত্তন, ১৩৮৭ )

৪। সাধুসৱে দিয়া সমাহিত উপদেশ।
ছেদন্ত মনৰ যত সংশয় নিঃশেষ॥
এতেকে দুঃসঙ্গ এৰি বুদ্ধিমন্তজন।
সাধুৰ সঙ্গক মাত্র লৈবে সৰ্ব্বক্ষণ॥

( ৰত্নাকৰ ভাঃ, ৮৮ )

৫। সাধু-সঙ্গ লৈয়া যিটো কৰয় ভকতি।
মাধৱৰ অনুগ্ৰহ হোৱে তাক প্ৰতি॥
জ্ঞান বিৰকতি আসি উপজয় তাৰ।
মায়াময় সংসাৰৰ সুখে হোৱে পাৰ॥

( ৰত্নাকৰ ভাঃ, ১০৩৭ )

৬। ইন্দ্ৰিয়ক জিনিবাৰ আছে যাৰ মতি।
সততে কৰোক যত্ন সাধুৰ সঙ্গতি॥

( দ্বিতীয়, ৪১ )

৭। নাই তপ ব্ৰত শৌচ নপঢ়িলে বেদ।
নজানে অজ্ঞানে একো শাস্ত্র তত্ত্ব ভেদ॥
কেৱল সাধুৰ সঙ্গ মোক্ষ সাধে গতি।
সৎসঙ্গত পৰে নাই উপায় সম্প্ৰতি॥

( একাদশ, ১৮০ )

৮। মোক্ষতো অধিক সখি সাধুৰ সঙ্গম।
যাহাৰ ৰেণুক স্বৰ্গ-সুখে নোহে সম॥

( একাদশ, ১৭৭ )

৯। অতি অল্পকাল সঙ্গ মহন্তসৱৰ।
স্বৰ্গে মোক্ষে তাহাৰ সমান নুহিকয়॥

( ৰত্নাকৰ ৫৩৫৯ )

১০। মোক্ষ আদি কৰি আছে পুৰুষাৰ্থ যত।
নাচয় সৎসঙ্গ অতি সবাৰো শিৰত ॥
মহন্ত জনৰ সঙ্গ অৰ্দ্ধক্ষণ মান।
তাকো স্বৰ্গ পদ-মোক্ষে নুহিকে সমান ॥
মনুষ্যৰ ৰাজপদ আদি ভোগচয়।
নুহিকে সমান তাক কি কৈবে লাগয় ॥

(ৰত্নাকৰ ভাঃ, ৭১—৭২)

১১। তোমাৰ ভকতৰ সঙ্গ পায়া অনুপম।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কৰে তৃণ সম ॥

(কীৰ্ত্তন, ১৬৫৮)

১২। উদ্ধৱৰ আগে ভগৱন্ত দেৱ হৰি।
কহন্ত ৰহস্য কথা অতি যত্ন কৰি ॥
শুনিয়ো উদ্ধৱ কহোঁ অঙ্গীকাৰ কৰি।
আন ধৰ্ম্ম নুহিকয় সৎসঙ্গত সৰি ॥
যোগ যাগ ধৰ্ম্ম ত্যাগ তপ তীৰ্থ-স্নান।
নিয়ম সংযম ব্ৰত জপ যজ্ঞ দান ॥
অগ্নিহোত্ৰ আদি কৰি আন ধৰ্ম্ম যত।
নকৰে সিমতে মোৰ বশ্য স্বৰূপত ॥
সাধুসঙ্গে আমাক যিমতে কৰে বশ্য।
কহিলো তোমাত ইটো পৰম ৰহস্য ॥

(ৰত্নাকৰ ভাঃ, ৮৪—৮৫)

১৩। শুনা সভাসদ যত বুজিয়ো কথাৰ তত্ত্ব
সাধু সঙ্গে কৰিয়োক ৰতি।
যত মন কৰা বৃথা মহন্তৰ মুখে কথা
শুনি কৰা কৃষ্ণত ভকতি ॥

.... .... .... ....

কৃষ্ণত দিয়োক চিত্ত মৰণ-সম্বল বিত্ত
হৰিনাম একে গলে বান্ধা।
মিছা ইটো লট্‌পট ভাগিবেক ভবা হাট
নিৰে কালে ক্ষণেকে সংহৰি।
সন্তৰ সঙ্গতি লৈয়া কৃষ্ণ-পৰায়ণ হুয়া
নিৰন্তৰে বোলা হৰি হৰি॥

(নিমি নৱসিদ্ধ, ১৭২—১৭৩)

১৪। সাধু সঙ্গ লৈয়া যিটো কৰয় ভকতি।
মাধৱৰ অনুগ্ৰহ হোৱে তাক প্ৰতি॥
জ্ঞান বিৰকতি আসি উপজয় তাৰ।
মায়াময় সংসাৰৰ সুখে হোৱে পাৰ॥

(ৰত্নাকৰ, ১০৩৭)

১৫। যক্ষ ৰক্ষ বৃক্ষ পক্ষী পশু পালে পালে।
স্ত্ৰী শূদ্ৰ অন্ত্যজাতি অধম চাণ্ডালে॥
ইসৱতো অধিক অনেক পাপমতি।
ভকতৰ সঙ্গত পাইলেক মোৰ গতি॥

(কৃষ্ণৰ উক্তি; একাদশ, ১৭৮)

---

## চাৰিবস্তু একে

### (ক) নাম

১। শুনিয়োক অভিপ্ৰায় আতপৰে পুণ্য নাই
হোৱে শুদ্ধ মহা অন্ত্যজাতি।
পৰম বান্ধৱ নাম যিটো লৱে অবিশ্ৰাম
তাৰ সাত কাৰ্য্য সিজে আতি॥

দহয় পাতকগণ পুণ্য কৰে উপাৰ্জ্জন
বিৰকতি মিলে বিষয়ত।
কৃষ্ণৰ শ্ৰৱণে প্ৰেম- ভকতিক উপজায়
পায় বিষ্ণু-জ্ঞান মহাতত্ত্ব॥
মায়াকো দহয় তাৰ কৰে মহা উপকাৰ
দেখা কেনে ধৰম একান্ত।
যিটো পূৰ্ণানন্দ হৰি তেন্তে এৱে এক কৰি
থৈয়া নাম হোৱে উপশান্ত॥

( দশম, ৬৬—৬৭ )

২। নামৰ মহিমা শুনি নসহিবে গাৱ।
হৰিতো অধিক মহা নামৰ প্ৰভাৱ॥

( ষষ্ঠ, ৩৬৫ )

---

## (খ) গুৰু

১। বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
জানিবে গুৰুসে আত্মদেৱ মহাহৰি।
হেনয় বিনয় কৰি গুৰুৰ চৰণে।
ভাগৱত ধৰ্ম্মক শিখিবে একমনে॥
যি ধৰ্ম্মত তুষ্ট হুয়া প্ৰভু ভগবান।
নিজ ভকতক আপোনাকে দেন্ত দান॥

( নিমি নৱসিদ্ধ, ১৩৯—১৪০ )

২। সব আশ্ৰমীতে কহে ঈশ্বৰ জ্ঞানক।
দেই উপদেশ যিটো ভকতি পন্থক॥
সিয়োজন জানা মই সাক্ষাতে ঈশ্বৰ।
জগততে পূজ্য আৰ নাহি তাত পৰ॥

( ৰত্নাকৰ ভাঃ, ১৭ )

৩। কৈলা যেন যেন কৃষ্ণ-নামৰ মহত্ত্ব।
আক যিটো জনে জানে সংসাৰ মধ্যত॥
আমাতো অধিক গুৰু জানা সি সি জন।
শিষ্য হুয়া সেৱা কৰো তাহান চৰণ॥
( অৰ্জ্জুনৰ প্ৰতি কৃষ্ণ ; ভক্তি প্ৰদীপ, ২৪৫ )

## (গ) ভকত

১। দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
ভকতক ভজিলে গুচয় কৰ্ম্ম-জড়॥
( একাদশ, ১৮১ )

২। দেৱতো তীৰ্থতো কৰি ভকতেসে পূজ্য।
যাহাৰ কৃপাত পায় মুকুতি সাংযুজ্য॥
( নিমিনৱসিদ্ধ, ১৫২ )

৩। সেহিজন প্ৰিয়তম ভকত আমাৰ।
তান সঙ্গ লৈলে হোৱে পাপীও উদ্ধাৰ॥
দেৱতো তীৰ্থতো কৰি সি সি পূজ্যতম।
কি কহিবো সখি মাঞে নুহো তাক সম॥
( অৰ্জ্জুনৰ প্ৰতি কৃষ্ণ ; ভক্তিপ্ৰদীপ, ২৪৬ )

৪। বিষ্ণু বৈষ্ণৱৰ কিঞ্চিতেকো নাহি ভেদ।
দুইবো কথা কৰে পাতকৰ কন্ধ ছেদ॥
( প্ৰথম, ১৫ )

৫। এতেকেসে সন্তে মাত্ৰ দেৱতা বান্ধৱ।
সন্ত আত্ম শান্তে মই ঈশ্বৰ মাধৱ॥
( ৰত্নাকৰ ভাঃ, ৮২ )

৬। জগতৰে আত্মা ঈশ্বৰ দেৱ।
তোমাৰ শত্রু-মিত্র নাহি কেৱ॥
সমস্তে ভূততে আছা বিয়াপি।
ভজন্তাক প্রভু ভজা তথাপি॥

(কীৰ্ত্তন, ১১৩৬)

৭। কৃষ্ণৰ সেৱাত কিছু নাহিকে ভাগৱ।
নাম মাত্র লৈলে তৰি সংসাৰ সাগৰ॥
কৃষ্ণ মোৰ বন্ধু কৃষ্ণ সুহৃদ নিশ্চয়।
কৃষ্ণকেসে পাইলে অনুমাত্র নাহি ভয়॥
এহি তত্ত্ব জানে যিটো সেহি মহাজ্ঞানী।
সেহি মহাগুৰু সেহিজন চক্রপাণি॥

(প্রথম, ১৫৩—১৫৪)

---

## ভাগৱত ধৰ্ম্ম বা নাম ধৰ্ম্ম বা একশৰণ ধৰ্ম্ম

১। হুয়া শুচি কৰা নিতে মনক সংযম।
দিয়া দান সমস্তকে বুদ্ধি কৰি সম॥
পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দায়া সকৰুণ চিত॥
হুইবা সান্ত-চিত্ত সৰ্ব্বজনন্ত বৎসল।
এহি ভাগৱত ধৰ্ম্ম জানা মহাবল॥

(অৰ্জ্জুনৰ প্রতি কৃষ্ণ ; ভক্তি প্রদীপ, ১৪২)

২। ৰহস্যতো ৰহস্য মোহোৰ নাম কৰ্ম্ম।
ইহাকে বুলিয় মহা ভাগৱত ধৰ্ম্ম॥

(তথা, ১৫১)

৩। ইটো হৰিনাম ধৰ্ম্ম মহা গুহ্যতম।
ইহাত বিশ্বাস যাৰ সেহি নৰোত্তম ॥
ভজে মাধৱক নাম স্মৰে সৰ্ব্বক্ষণ।
একেবাৰে সিজে তাৰ তিনি প্ৰয়োজন ॥
প্ৰথমে ওপজে প্ৰেম লক্ষণ ভকতি।
গৃহ শৰীৰতো পাছে মিলে বিৰকতি ॥
প্ৰেমৰ আস্পদ কৃষ্ণ-মূৰ্ত্তি স্ফূৰ্ত্তি হয়।
একে কালে মিলে আসি সম্পদ ত্ৰিতয় ॥
আতিশয় ক্ষুধাত ভুঞ্জন্তে যেন মতে।
সিজে তিনি প্ৰয়োজন প্ৰত্যেক গ্ৰাসতে ॥
হোৱে তুষ্ট দেহ পুষ্ট ক্ষুধা গুচি যায়।
প্ৰেম ভকতিৰ বাজা শুনা অভিপ্ৰায় ॥
অল্প ভকতিত হোৱে প্ৰেম অতি তুষ্ট।
কিঞ্চিত ভোজনে যেন কিছুমান তুষ্ট ॥
উপজে পৰম প্ৰেম একান্ত ভজনে।
মিলে মহা তুষ্টি যেন প্ৰচুৰ ভোজনে ॥
প্ৰেমভাৱে এহিমতে একান্তে ভজন্তে।
পৰম প্ৰসাদ পাৱে মাধৱত হন্তে ॥
বিৰকতি ভকতি ঈশ্বৰ মহাজ্ঞান।
উপজে ভকতে পাৱে আপুনি প্ৰমাণ ॥
হোৱে সি শান্ত গুচে বিষয় ব্যাকুল।
কদাচিতো নেৰে আৰ কৃষ্ণ-পদ-মূল ॥
বেদ শিৰোৰত্নে কহে ইহাক সম্প্ৰতি।
কৈলো ভাগৱত ধৰ্ম্ম তোমাক নৃপতি ॥

( নিমিৰ প্ৰতি কবি ; নিমি নৱসিদ্ধ, ৭২—৭৭ )

৪। ভাগৱত ধৰ্ম্মক শিখিবে এক মনে ॥
যি ধৰ্ম্মত তুষ্ট হুয়া প্ৰভু ভগৱান।
নিজ ভকতক আপোনাকে দেন্ত দান ॥
নেৰন্ত ক্ষণেকো যাক দেৱ দামোদৰ ॥
কাছতে থাকন্ত যেন বলি প্ৰহ্লাদৰ ॥

( নিমি নৱসিদ্ধ, ১৩৯—১৪০ )

৫। যদি বোলা দুষ্কৰ ইসৱ মহা কৰ্ম্ম।
শুনিয়োঁ সুগম তেৱে ভাগৱত ধৰ্ম্ম ॥
ঈশ্বৰ কৃষ্ণৰ জন্ম কৰ্ম্ম গুণ-গণ।
সদায়ে কৰিবে ধ্যান শ্ৰৱণ কীৰ্ত্তন ॥
তান স্বাৰ্থে কৰিবেক যত ধৰ্ম্মচয়।
যজ্ঞ দান তপ জপ সদাচাৰ বয় ॥
আপোনাৰ প্ৰিয় গন্ধ পুষ্প আদি যত।
নিবেদিবে সমস্ত গোবিন্দ চৰণত ॥
পুত্ৰ পত্নী সবাকো সেৱক কৰি দিব।
আপোন প্ৰাণকো কৃষ্ণ-পাৱত অৰ্পিব।
কৰিব সুহৃদ হৰিভকত সহিতে।
বৃক্ষ পশু-পক্ষীকো অৰ্চ্চিব যথোচিত ॥
তাতো কৰি সাদৰিব মনুষ্য জাতিক।
ধৰ্ম্মশীল জনক অৰ্চ্চিব ততোধিক ॥
যিটো মহাভক্তৰ কৃষ্ণেসে আত্মাপ্ৰাণ।
ধৰ্ম্মিষ্ঠতো অধিক কৰিবে বহুমান।

( নিমি নৱসিদ্ধ, ১৪৮—১৫১ )

৬। আত * মহাধৰ্ম্ম একে নামেসে প্ৰখ্যাত।
শ্ৰৱণ মাত্ৰকে কৰে কৃষ্ণক সাক্ষাত ॥

---

* আত—ভাগৱতত:।

পূজা নমস্কাৰ ধ্যান সমস্তে তুচ্ছ ।
হৰি-গুণ নাম-ধৰ্ম্ম মহা সুখকৰ ॥
স্ত্ৰী বৃদ্ধ বাল্য সমস্তৰে অধিকাৰ ।
চাণ্ডালকো কৰে নামে তেখনে উদ্ধাৰ ॥

( দ্বিতীয়, ২২—২৩ )

৭। মোৰ বাক্য সুদৃঢ় বিশ্বাস সখি কৃষি ।
আন দেৱ-ধৰ্ম্ম মানে সবাকো নাদৰি ।
মোৰ নাম-ধৰ্ম্ম কৰা শ্ৰৱণ কীৰ্ত্তন ।
হুয়ো মহা সুখে সখি সংসাৰ তৰণ ॥

( অৰ্জ্জুনৰ প্ৰতি শ্ৰীকৃষ্ণ ; ভক্তি প্ৰদীপ, ১৫৩ )

৮। নাম লৈলে মাধৱে নিৰন্তে তাৰ কাছ
যেন ধেনু স্নেহত বৎসক নেৰে পাছ ॥
নাম-ধৰ্ম্ম হেনসে হৰিক কৰে বশ্য ।
নামৰ মহিমা ইটো বেদৰো ৰহস্য ॥

( ষষ্ঠ, ১৭৪ )

৯। কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত ।
নাম-ধৰ্ম্ম কৰিলা বিদিত ॥

( কীৰ্ত্তন ঘোষা, ১৯৪ )

১০। ধৰা ভাগৱত ধৰ্ম্ম সুদৃঢ় বিশ্বাসে ।
তৰিবা সংসাৰ তৰে অতি অপ্ৰয়াসে ॥

( নিমি নৱসিদ্ধ, ৪০৪ )

১১। পৰম মঙ্গল হৰিনাম ধৰ্ম্ম
যাহাৰ থাকে মুখত ।
তাৰ তেতিক্ষণে ভস্ম হুয়া যায়
মহা পাপ কোটি শত ॥ ( কীৰ্ত্তন, ২০৬ )

১২। কৃষ্ণ নাম-ধৰ্ম্ম ভৈল কলিত উদয়।
যাৰ ধ্বনি শুনি হোৱে পাপৰ প্ৰলয়॥

(ভক্তি প্ৰদীপ, ৪২)

১৩। ধ্যান যজ্ঞ পূজা একো কলিত নকৰি॥
হুয়া এক শৰণ কীৰ্ত্তন সুখে তৰি॥
এতেকে তৰিবা সুখে সংসাৰ সাগৰ।
নিশ্চয় কলিত হোৱে নাৰায়ণ পৰ॥

(ৰত্নাকৰ, ৭২৩)

১৪। সৱৰে সুদৃঢ় ঈশ্বৰ কৃষ্ণত
হুয়োক এক-শৰণ।
তান গুণ-নাম ধৰা অবিশ্ৰাম
চিন্তিয়ো তান চৰণ॥

(ভক্তি প্ৰদীপ, ১৩৭)

১৫। কিনো মহা ভাগ্যৱতী বিধি বিপৰীত।
ঈশ্বৰ কৃষ্ণত কৰিলেক এক চিত্ত॥
দঢ়াইলেক মনত এক শৰণ ভকতি।
কিমতে জানিলে কৃষ্ণদেৱক সম্প্ৰতি॥

(ভক্তি প্ৰদীপ, ৯২ চাণ্ডালিনী)

১৬। নাম পঞ্চানন নাদে পলাৱত
পাপদন্তী ভয় ভীত।
বুলিতে এক শুনিতে শত নিতৰে
নাম-ধৰম বিপৰীত॥
বচনে বুলি ৰাম ধৰম অজথ কাম
মুকুতি সুখ সুখে পায়।
সবকহু পৰম সুহৃদ হৰি নাম
ছুটে অন্তকেৰি দায়॥ (বৰগীত, ৮)

---

## নাম-ধৰ্ম্মৰ উদাৰতা

১। পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দায়া সকৰুণ চিত॥ (ভক্তি প্ৰদীপ, ১৪২)

২। নকৰিবা নিন্দা আন পন্থী সমস্তক।
যোগৰ ফলৰ অৰ্থে তেজিবা কৰ্ম্মক॥

( ৰত্নাকৰ ভাঃ, ২৬৮ )

৩। ভাগৱত ধৰ্ম্মক প্ৰণামো প্ৰথমত।
প্ৰণামো কৃষ্ণক যাৰ অচিন্ত্য মহত্ত্ব॥
ভকত বিপ্ৰক প্ৰতি কৰো নমস্কাৰ।
কৰোঁ সনাতন ধৰ্ম্মচয়ক প্ৰচাৰ॥ ( দ্বাদশ, ২৬২ )

---

## এক শৰণ বা নাম ধৰ্ম্মৰ মূল

তৰ্ক বেদাগম জ্ঞান-যোগ বলে
পুৰুষক কৰে অন্ধ॥
কোটি কোটি জন্মে মোক নজানিবে
ইহাত যাৰ প্ৰবন্ধ॥
হেন জানি সখি দূৰতে তেজিয়ো
ইসৱ শাস্ত্ৰৰ চিন্তা।
যেৱে মোক পাইবা সদায়ে শুনিবা
মহাভাগৱত, গীতা॥
হেনবা বুলিবা আপোনাক শ্ৰেষ্ঠ
বখানা তুমি আপুনি।
উপনিষদৰ মন্ত্ৰে আৰ সাক্ষী
কহোঁ তাক থাকা শুনি॥

আন দেৱ-ধৰ্ম্ম সবে মায়াময়
জানিয়ো তেজিয়ো তাক ॥
মোক বেদ-মন্ত্রে যেন স্তুতি কৰে
শুনা সখি বেদ-বাক্য ॥

× × × ×

আনো নানা স্তুতি মোক মাত্র বোলে
দিলো মন্ত্র-বেদ সাক্ষী ।
যতো দেৱ-ধৰ্ম্ম সবাকো উছাদি
এক মোক মাত্র ৰাখি ॥
বেদ বাক্য দেখা পাষাণৰ ৰেখা
জানিয়া দঢ়ায়ো চিত্ত ।
সবে দেৱ তেজি মোক মাত্র ভজি
তুমি হৈবা কৃত-কৃত্য ॥
( অৰ্জ্জুনৰ প্ৰতি কৃষ্ণ ; ভক্তি প্ৰদীপ, ১৩০—১৩৫ )

২। সমস্ত শাস্ত্ৰৰ সাৰ উদ্ধাৰিয়া আনি ।
দেখাইলা বিদিত কৰি দেৱ চক্ৰপাণি ॥
যিটো শাস্ত্ৰ কহিলন্ত দৈৱকী তনয় ।
যেহি মাত্র শাস্ত্ৰ এক জানিবা নিশ্চয় ॥
দৈৱকীৰ পুত্ৰ এক কৃষ্ণ মাত্র দেৱ ।
ধৰ্ম্ম এক মাত্র সেই দেৱতাৰ-সেৱ ॥
মন্ত্ৰো এক তান নামে কৃষ্ণ দেৱতাৰ ।
ভগৱন্তে ইটো কৰিলন্ত সাৰোদ্ধাৰ ॥
( ৰত্নাকৰ ভাঃ, ১৮২—১৮৩ )

৩। শুনা সৰ্ব্বজন কহোঁ সাক্ষাত ।
মূঢ়ৰ মোলত নাহি সন্তাত ॥

বোলোক আসি ভাগৱত চাই।
তেৱেসে জানো তাৰ মুনিষাই ॥
পুৰাণ-সূৰ্য্য মহা ভাগৱত।
বেদান্তৰো ইটো পৰম তত্ত্ব ॥

( কীৰ্ত্তন, ১০৪—১০৫ )

৪। কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৰিয়ো কীৰ্ত্তন সমস্ত জনে ॥
কলিযুগে ইটো মহা উপায়।
হৰি-নাম লৈলে মুকুতি পায় ॥
বেদান্তৰো তত্ত্ব শুকৰ বাণী।
জানি হেলা এড়া সমস্তে প্ৰাণী ॥

( কীৰ্ত্তন, ১৬৪৮—১৬৪৯ )

৫। কৰি নিগদতি শুনিয়ো নৃপতি
কহো বেদান্তৰ তত্ত্ব।
স্বভাৱে যি কৰে দান হোম মহা
তপ জপ তীৰ্থ ব্ৰত ॥
কায়-বাক্য-মনে যতেক আচৰে
লৌকিক বৈদিক কৰ্ম্ম ॥
হুয়া এক মত ঈশ্বৰ কৃষ্ণত
অৰ্পিব সিসব ধৰ্ম্ম ॥
নিত্য নৈমিত্তিক যত জাতি ধৰ্ম্ম
আশ্ৰমৰ যত কৰ্ম্ম।
কৃষ্ণত অৰ্পিলে জানা সিয়ো হোৱে
মহা ভাগৱত ধৰ্ম্ম ॥

( নিমি নৱসিদ্ধ, ৫৩—৫৪ )

৬। ভকতি বিহীন জ্ঞান-কৰ্ম্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ ॥ (প্ৰথম, ৪১ )

৭। আপুনি কহিছা কৃষ্ণে বেদান্তৰ তত্ত্ব।
পাপে সোপা দিলে সিয়ো নপশে কাণত॥
হিয়াত নাহিকে বোধ শাস্ত্র মাত্র পঢ়ে।
যেন জ্ঞান-শূন্য শুকে সাৰবাণী বঢ়ে॥ (ভক্তি প্রদীপ, ৪৩)

৮। চাৰিবেদ চৌদ্ধ শাস্ত্র সবাৰো এহিসে তত্ত্ব
মুখ্য ধৰ্ম্ম হৰিগুণ নাম।
হেন তত্ত্ব কথা জানি সমস্ত্যাৰ যত প্ৰাণী
ডাকি সবে বোলা ৰাম ৰাম॥
(দশম, ১৩০)

৯। শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
মহা ভাগৱত কথা সাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক
সমস্ত বেদৰো সাৰোদ্ধাৰ॥
শুনা আৰ তত্ত্ব ভেদ কল্পতৰু ভৈল বেদ
তাৰ ফল মহা ভাগৱত।
নাই আৰ শিটা চাল নাছিলেক এতেকাল
স্বৰ্গ-মৰ্ত্ত্য পাতাল মধ্যত॥
(দশম, ২২৪---২২৫)

১০। যিটো প্ৰকৃতিত পৰ প্ৰভু ভগৱন্ত।
বেদান্তৰো মুখ্য ভাগে যাক প্ৰকাশন্ত॥
নিজ ব্ৰহ্মৰূপ যিটো অতৰ্ক মহিমা।
তাঙ্ক কি চক্ষুৰে চাইবাক পাৰে ব্ৰহ্মা॥ (দশম, ৪৭০)

১১। গীতা ভাগৱত শাস্ত্ৰৰ সম্মত
জানিবা এহিসে নিষ্ঠ।
জ্ঞানতো কৰ্ম্মতো কৰিয়া হৰিৰ
কীৰ্ত্তন ধৰ্ম্ম গৰিষ্ঠ॥ (দশম, ১৯৮২)

## দেৱধৰ্ম্ম

১। কেহো বোলে বেদে কৰে যজ্ঞ ব্ৰত দান।
কেহো বোলে ক্ষুদ্ৰ দেৱ পূজা তীৰ্থ-স্নান॥
কেহো বোলে বেদে কৰে জ্ঞানত্বেসে গতি।
গুণৰ ইচ্ছায়ে বুঝে যাৰ যেন মতি॥

( একাদশ, ১৪৯ )

২ জ্ঞান-কৰ্ম্ম-যোগক কৰন্তো মহা কষ্ট।
অল্প ছিদ্ৰে কৰে তাক তেতিক্ষণে ভ্ৰষ্ট॥
ৰাজ-সূয় কৰি যেবে ব্ৰহ্মলোকে চড়ে।
পুণ্য-ক্ষয় ভৈলে তুনাই সংসাৰত পড়ে॥
বঞ্চে ব্ৰহ্ম লোকত আচৰি তপ-যোগ।
নাহি একো সুখ ইন্দ্ৰিয়ৰ মাত্ৰ ভোগ॥
মায়াময় দেৱ-ধৰ্ম্ম সমস্তে বিনাশী।
তাতো মোক্ষ আছে শুনি উঠে মোৰ হাঁসি॥

( ভক্তিপ্ৰদীপ, ১২—১৩ )

৩। বেদ যেন কৰে তাক শুনা প্ৰাণ সখি।
মায়াময় দেৱ ধৰ্ম্ম সবাক উপেক্ষি॥
কেৱল আমাত মাত্ৰ লৈয়োক শৰণ।
হৰে কৰ্ম্ম-মল ত্যজি তেবেসে প্ৰসন্ন॥

( কৃষ্ণৰ উক্তি ; একাদশ, ১৪৬ )

৪। ভকতি বিহীন যিটো তাৰ ধৰ্ম্ম-কৰ্ম্ম যিটো
সবে বৃথা শাস্ত্ৰৰ সম্মতে।
যি দেৱত কৰা আশ তাৰো আছে মৃত্যু ত্ৰাস
আনক ৰাখিবে কেমনতে॥

( একাদশ, ২৭২ )

৫। হেন জানি তুমি তেজিয়োক আন দেৱ।
এড়ি আন কাম মোক মাত্র কৰা সেৱ॥
আন দেৱ-ধৰ্ম্ম মানে মায়াময় দেখা।
মোহোৰ বচন সখি পাষাণৰ ৰেখা॥
ইটো কৃষ্ণ-কথা শুনিয়োক সৰ্ব্বজন।
গীতাত কহিলা সেহি কথা নাৰায়ণ॥

(ভক্তিপ্ৰদীপ, ৪০—৪১০)

৬। এৰিলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্র ভজে দৃঢ় মতি॥
তাহাৰ পাতক যদি সিজে প্ৰমাদত।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্ৰসাদত॥
হৃদয়ত থাকি হৰি ভকত বৎসল।
দূৰ কৰা ভৃত্যৰ যতেক পাপ-মল॥
নকৰিবা পৰলোকত যমক।
কি কৰিবে যম যাৰ ঈশ্বৰ ৰক্ষক॥
হেনবা বুলিবা ঈশ্বৰৰ আজ্ঞা বেদ।
তাহাক লঙ্ঘিলে মাধৱৰ হৈব খেদ॥
আজ্ঞা ভঙ্গ হৈবে হেন এড়া অসন্তোষ।
প্ৰিয়তম জনৰ নধৰে হৰি দোষ॥

(নিমিনৱসিদ্ধ, ৪১৮—৪২০)

৭। হেনয় কৃষ্ণক এড়ি কিনো লোক অন্ধ।
আন দেৱধৰ্ম্মকে সে কৰয় প্ৰবন্ধ॥
অমৃতক তেজি যেন মৰৈ বিষ পানে।
তেজি সোণা সনিয়াত গাণ্ঠি মাৰে টানে॥
চক্ৰবৰ্ত্তী পদ এড়ি মৰৈ হাল বাই।
গঙ্গাজল এড়ি কাদোৱানি পানী খাই॥

কৃষ্ণক তেজিয়া মানৈ আনক ঈশ্বৰ।
তাহাৰ জানিবা এহি সব পটন্তৰ॥
হেন জানি আন দেৱ ধৰ্ম্ম তেজি আশ।
কৃষ্ণৰ চৰণে কৰা সুদৃঢ় বিশ্বাস॥
আন কৰ্ম্ম এড়ি ধৰা মাধৱৰ নাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম।

(দশম, ১১৫৫৯—১১৫৬১)

৮। আন ক্ষুদ্ৰ দেৱতাত যদি নেদৈ মতি।
মহা দুৰাচাৰো কৰৈ আমাত ভকতি॥
সেহিসে পৰম সাধু জানা মহাশয়।
যিহেতু আমাক মাত্ৰ কৰিলে নিশ্চয়॥

(একাদশ, ১৬১)

৯। নকৰিবা সেৱা সখি আন দেৱতাৰ।
মুহি যেন আমাৰ ভকতি ব্যভিচাৰ॥

(একাদশ, ২৫১)

১০। আন দেৱ এবে কৰৈ কেশৱক সম।
জানিবাহা সি সি জন পাতকী পৰম॥

(তথা, ২৭২)

## বিধি নিষেধ

১। যদি বোলা বিষ্ণুৰ নামক লৈয়া মুখে।
তবে ইটো দুৰ্ঘোৰ সংসাৰ মহাসুখে॥
তবে বিধি-নিষেধে শাস্ত্ৰৰ কিবা গতি।
শুনা আৰো কথা কহোঁ তোমাত সম্প্ৰতি॥

যাগ আদি কৰি যত বিধি নিৰন্তৰ।
জানিয়া কিঙ্কৰ সবে বিষ্ণু স্মৰণৰ ॥
এতেকেসে যাগ আদি বিধি আছে যত।
সিজে সবে বিষ্ণু নাম স্মৰণ মাত্ৰত ॥
হেন জানি বিষ্ণু নাম স্মৰিবা সতত।
কদাচিতো বিস্মৰণ নুহিবা মনত ॥

( পাৰ্ব্বতীৰ প্ৰতি মহেশ ; ৰত্নাকৰ ভাঃ ৬৫৯—৬৬১ )

২। বোলন্ত কেশৱে শুনা উত্তৰ ইহাৰ।
হৌক নৰ যদ্যপি পৰম দুৰাচাৰ ॥
মোকে মাত্ৰ ভজয় নুপূজি দেৱ আন।
তথাপি পৰম সাধু সেই মোৰ প্ৰাণ ॥
নৰাধম দোষে তাক তেজিয়ো সংশয়।
সত্যে সত্যে দিবো মোক্ষ সখি ধনঞ্জয় ॥
অনাচাৰ কৰি অপৰাধী মোৰ নুহি।
আন দেৱ পূজে যিটো সেই মোৰ দ্ৰোহী ॥

( ভক্তিপ্ৰদীপ ৩৪—৩৬ )

৩। গীতাত নৱম অধ্যায়ে মাধৱে
কৈলা আগে অৰ্জ্জুনৰ।
আন দেৱ তেজি মোকে মাত্ৰ ভজে
যদি দুৰাচাৰ নৰ ॥
অতি শ্ৰেষ্ঠতৰ সাধু কৰি তাক
মানিবা তুমি অৰ্জ্জুন।
যিহেতু মোকেসে কৰিলে নিশ্চয়
সেহিসে সাধু নিপুণ ॥
বুলিবা তোমাক অল্প কালে মাত্ৰ
আছয় নিশ্চয় কৰি।

এতেকেসে মানে দুৰাচাৰ তাক
সাধু মানিবাক পাৰি ॥
তেজা ইটো শঙ্কা দুৰাচাৰো যদি
আমাক মাত্র ভজয় ।
এতেকেসে সিটো অতি শীঘ্র হোৱে
ধৰ্ম্ম চিত্ত অতিশয় ॥

( ৰত্নাকৰ ভাঃ, ৬৩৪—৬৩৬ )

৪। দুৰাচাৰ যদি হৰিনাম লয়ে
সিও শুদ্ধ হোৱে আতি ।
হৰিত শৰণে হোৱয় তেখনে
অন্ত্যজো উত্তম জাতি ॥

( একাদশ, ১৯২৫৪ )

৫। বেদৰ বিহিত কৰ্ম্ম কৰিবাৰ
ভকতৰ যোগ্য নুই ।
যদি মোহ হুয়া কৰে কৰ্ম্ম-ধৰ্ম্ম
ভকতিত ভ্রষ্ট হুই ॥

( ভক্তি প্রদীপ, ১২৯ )

৬। আছয় স্বধৰ্ম্ম যত নিত্য নৈমিত্তিক ।
তাকো অনাদৰি একে হৰি-ভকতিক ॥
দিয়ো উপদেশ এহি কৈলো সাৰে-সাৰ ।
হেনবা হুইবেক শঙ্কা মনত তোমাৰ ॥
মাধৱক ভজে যিটো তেজি স্বধৰ্ম্মক ।
হোৱে যদি তাহাৰ ভকতি পৰিপক ॥
হুইবেক কৃতাৰ্থ তাক চিন্তা নাহিকয় ।
তাহাৰ ভকতি পৰিপক্ক নতু হয় ॥

হেলাতে ভৈলেক নষ্ট মুহি মৰিলেক।
স্বধৰ্ম্ম আগত তাৰ অনৰ্থ হুইবেক ॥
হেন শঙ্কা কদাচিতো নকৰিবা মনে।
স্বধৰ্ম্মকো তেজি হৰি ভজিলে যিজনে ॥
ভক্তি পৰিপক্ক নতু হোৱন্তে মৰিল।
যদি কদাচিতো তাৰ ভকতি গুচিল ॥
তথাপিতো অনৰ্থক শঙ্কা নাহি তাৰ ॥
ভক্তি-ৰচিকৰ নাহি কৰ্ম্মে অধিকাৰ ॥

( ৰত্নাকৰ ভাঃ. ৬১২—৬১৫ )

৭। দেৱ ঋষি ভূত পোষ্য পিতৃ এসৱাৰ।
উপজিলে লোকত পাঞ্চৰো লাগে ধাৰ ॥
এতেকে কিঙ্কৰ ঋণী ভকতি বিহীন।
পঞ্চযজ্ঞ কৰিয়া পাঞ্চৰো সুজে ঋণ ॥
সৰ্ব্বভাৱে মুকুন্দত যি লৈল শৰণ।
নোহে ঋণী কিঙ্কৰ পাঞ্চৰো সিটো জন ॥
এড়ি আন কৃত্য চিত্ত দিলেক হৰিত।
ভৈল কৃতকৃত্য সিটো এতেকে কলিত ॥
কহিলো বিহিত কৰ্ম্মত্যাগ ভকতৰ।
যদি প্ৰমাদত পাপ কৰে সিটো নৰ ॥
তথাপি নলাগে আৰ তাৰ প্ৰায়শ্চিত্ত।
শুনিয়োক নিমি তুমি স্থিৰ কৰি চিত্ত ॥
এড়িলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্ৰ ভজে দৃঢ় মতি ॥
তাহাৰ পাতক যদি মিলে প্ৰমাদত।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্ৰসাদত ॥

( নিমি নৱসিদ্ধ, ৩৯৫—৩৯৮ )

---

# উপদেশ

১। কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
মহা ভাগৱত পদ।
কৃষ্ণৰ চৰিত্ৰ সম্যকে অমৃত
শুনা সব সভাসদ ॥
ক্ষণিক জীৱন মিলিব মৰণ
গিলিবেক ধৰি কালে।
ইটো নৰতনু নেনা আলে জালে
বিষয় মিছা জঞ্জালে ॥
যেন বিষ-লতা- চয় ফুল ফলে
আছে জকমক কৰি।
প্ৰথমে দেখন্তে সুন্দৰ পাছত
পৰশিলে যায় মৰি ॥
সেইমত ইটো পুত্ৰ দাৰা ধন
বিষয়ৰ মত সুখ।
প্ৰথমে আনন্দ মিলান্ত পাছত
গুচন্তে পৰম দুঃখ ॥
যত দেখা ধন শৰীৰ সজ্জন
মৰিলে লগে নাযায়।
হৰিৰ ভকতি পৰম সম্পত্তি
ইহ পৰলোকে পায় ॥
পৰলোক ধন মাধৱৰ নাম
ধৰা আক গলে বান্ধি।
এতিক্ষণে আত কৰা আল জাল
পাছে মৰিবাহা কান্দি ॥

ব্যাধিয়ে দুৰ্ব্বল ইন্দ্ৰিয় বিকল
তনু নষ্ট হবে যাৱে।
যাৰ মনে ইচ্ছা আছে মুকুতিক
ভকতিক ধৰা তাৱে॥
কলি যুগে গতি নাই নাই নাই
বিনে মাধৱৰ নাম॥
আপুনিয়ো তৰা পুৰুষো উদ্ধাৰা
ডাকি বোলা ৰাম ৰাম॥

( দশম, ৫১১—৫১৪ )

২। মোৰ ইটো ধৰ্ম্মৰ অল্পৰো নাহি হানি।
যিহেতু সাক্ষাতে মই কৈলো তত্ত্ব বাণী॥
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱ জনত॥
স্ত্ৰী শূদ্ৰয়ো কৰে যদি আমাত ভকতি।
তাহাত কহিবা ইটো জ্ঞান মহামতি॥

( কীৰ্ত্তন, ১৮২৭—১৮২৮ )

৩। শুনা সামাজিক জন কেশৱৰ কথা।
বিষয়ৰ অৰ্থে জন্ম নকৰিবা বৃথা॥
কাচৰ কাৰণে যেন তেজয় মাণিক।
জানি সাধুজনে যত্নে ভজিয়ো হৰিক॥
পিতৃ-মাতৃ হৰিসে হৰিসে বন্ধু সাৰ।
হৰিসে সুহৃদ নিজ আত্মা সবাৰ॥
ইহ পৰকালত হৰিক পাইবা লাগ।
যথা যায় তথা হৰি হন্ত সাঁতো আগ॥

( নিমি নৱসিদ্ধ, ৩২৩—৩২৪ )

৪। জানিয়া সবে এৰা ভাষ ভুষ।
ভাগ্যেসে ভাৰতে ভৈলা মানুষ॥

আক বৃথা কৰা বিষয় ভোলে।
মাণিকক বিকা কাচৰ মোলে ॥
মিছাত পুত্ৰ দাৰা বুলি মৰা।
আপুনি গুণা আইলা কৈৰপৰা ॥
সবে মায়াময় স্বপ্নৰ সৰি।
জন্ম সাফলি বোলা হৰি হৰি ॥

( কীৰ্ত্তন, ১৫২৬—১৫২৭ )

৫। ধৰা ভাগৱত ধৰ্ম্ম সুদৃঢ় বিশ্বাসে।
তৰিবা সংসাৰ তেবে অতি অপ্ৰয়াসে ॥

( নিমি নৱসিদ্ধ, ৪০৪ )

৬। কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম ॥

× × × ×

বিষ্ণুময় দেখে যিটো সমস্তে জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে ॥
সকলো প্ৰাণীক দেখিবেক আত্মসম।
উপায় মধ্যত ইটো অতি মুখ্যতম ॥

( কীৰ্ত্তন, ১৮২৩—১৮২৫ )

৭। ভাগৱত শাস্ত্ৰে শ্ৰদ্ধা কৰিব নিতান্ত।
নকৰিব নিন্দা আন শাস্ত্ৰকো একান্ত ॥

( নিমি নৱসিদ্ধ, ১৪৫ )

৮। যিটো দেৱ ভগৱন্ত নাই যাৰ আদি অন্ত
বেদেয়ো নপান্ত যাৰ সীমা।
তেন্তে বশ্য ভকতিত হেনসে ভকতি হিত
ভকতিৰ কি কৈবো মহিমা ॥

জানি এড়া আন মতি ভকতিত কৰা ৰতি

ভকতিসে সাধিবে কল্যাণ।

ভকতিত দিয়া মন ভকতিসে মহা ধন

নাই আন ভকতি সমান॥

(দশম, ২৭৫)

৯। নমাৰিবে পশুক এড়িবে মাংস-আশা।

দেৱকো উদ্দেশি পশু নকৰিবে হিংসা॥

(নিমি নৱসিদ্ধ, ৩৪৮)

— —

# তৃতীয় আধ্যা

## সমাজ খণ্ড

### জাতি ভেদ

১।　অব্যাভিচাবিণী　　ভকতিত মই
　　বশ্য হওঁ অতিশয়।
শ্ৰদ্ধায়ে আমাত　　ভকতি কবিয়া
　　চাণ্ডালো পবিত্ৰ হয়.
মোহোৰ ভকতি　　জাতি-দোষ তাক
　　কবায় অতি পবিত্ৰ।
দুৰাচাৰ যিটো　　তাহাকো পবিত্ৰ
　　কবিবেক কোন চিত্ৰ॥

(বত্নাকৰ ভাঃ, ৬৪৪)

২।　ভক্তিসে পৰম　　শুদ্ধ নিৰূপম
　　প্ৰকটি দেখা প্ৰমাণ॥
কিৰাত কছাৰি　　খাছি গাৰো মিৰি
　　যৱন কঙ্ক গোৱাল
অসম মলুক　　ৰজক তুৰক
　　কুবাচ মেচ চণ্ডাল॥
আনো যত নৰ　　কৃষ্ণ সেৱকৰ
　　সঙ্গত পৱিত্ৰ হয়।
ভকতি লভিয়া　　সংসাৰ তৰিয়া
　　বৈকুণ্ঠে সুখে চলয়॥

(দ্বিতীয়, ৫৩—৫৪)

৩। সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্রে থাকে হৰি-বাণী ॥

( কীৰ্ত্তন ১১২ )

৪। যিটো চণ্ডালৰ জিহ্বাৰ অগ্রত
হৰি-গুণ-নাম বীজে।
তাৰে তপ জপ যজ্ঞ হোম দান
জানা প্রতি নিতে সিজে ॥
কুকুৰকো খায় হেন ম্লেচ্ছ সবো
হৰি নাম লয়ে মাত্র।
এতেকে তেখনে শিশুসব হোৱে
যজ্ঞ কৰিবাৰ পাত্র।

( দশম, ১৯৮৩ )

৫। চণ্ডালো হৰিনাম লয়ে মাত্র।
কৰিবে উচিত যজ্ঞৰ পাত্র ॥

( কীৰ্ত্তন, ১১৯ )

৬। বোলন্ত গোঁসাই তোমাৰ নামক
আকস্মিতে মনে স্মৰে।
শ্রৱণ-কীৰ্ত্তন কৰে কদাচিতো
সুহিবা আদৰ কৰে ॥
কুকুৰক খায় হেনয় চণ্ডাল
শুদ্ধ হয় অতিশয়।
সোম পান কৰে যিটো মহা অজ্ঞ
তাৰ প্রতি তুষ্ট হয় ॥
তোমাৰ নামৰ অনন্ত মহিমা
আশ্চৰ্য্য অতি পৰম।
নাম মাত্র লৈলে চণ্ডাল দেহতে...
হয়ে মহা শ্রেষ্ঠোত্তম ॥

তপ জপ তীৰ্থ যজ্ঞ বেদ-পাঠ
আদি ধৰ্ম্ম যত মত।
যিহেতু তোমাৰ নাম কীৰ্ত্তনৰ
হুয়া আছে অন্তৰ্গত॥
এতেকে চণ্ডাল ভৈল পুজ্যোত্তম
নামৰ কীৰ্ত্তন কৰি

(ৰত্নাকৰ ভা., ২৮১—২৮৩)

৭ ধন্য ধন্য চাণ্ডালিনী মতিত উত্তম
নেদেখিলো ভকত পৰম তোক সম॥
নিশ্চয়ে জানিলি তত্ত্ব কৃষ্ণ দেৱতাৰ।
তোৰ দৰশনে ভৈলো আমিয়ো নিস্তাৰ।
চাৰিয়ো বেদৰ তত্ত্ব তঞি আছ জানি
তঞিসি উত্তম জাতি তঞি মহামানী॥
তীৰ্থকো পবিত্ৰ কৰা আত কোন চিত্ৰ।
তোৰ সঙ্গ পাইলে হৈব জগতে পবিত্ৰ॥

(ভক্তি প্ৰঃ, ৯৩—৯৪)

৮। কুকুৰক খায় হেন ম্লেচ্ছগণে
সিয়ো শুদ্ধ হোৱে হৰি কীৰ্ত্তনে॥

(কীৰ্ত্তন, ১১৮)

— — —

## প্ৰাণী উপকাৰ

১। কৰিবা ভূতক দয়া সকৰুণ চিত।
হুইবা শান্ত চিত্ত সৰ্ব্বজনত বৎসল॥

(ভক্তিপ্ৰদীপ, ১৪২)

২। জগতৰ পুণ্য মানে জানা নিষ্ট কৰি।
প্ৰাণী উপকাৰৰ অল্পকো নুহি সৰি॥
হেন জানি প্ৰাণীক অভয় দিয়া দান।
বোলা হৰি হৰি পাইবা বৈকুণ্ঠত থান॥

( হৰিশ্চন্দ্ৰ উপাখ্যান, ৪৯১ )

৩। পশু পিম্পৰাক যিটো ৰাখে যত্ন কৰি
ছয়মাস মানে তাত তুষ্ট হোন্ত হৰি॥

( অষ্টম, ৩৯৮ )

৪। প্ৰাণী ভয় ভীত ভৈলে কৰিবে ৰক্ষণ॥
বিশেষত মহন্তৰ এহি ব্যৱহাৰ।
পৰজীৱ ৰাখে জীৱ দিয়া আপোনাৰ॥
অভয় দানত পৰে ধৰ্ম্ম নাহি আন।
কোটি অশ্বমেধো তাৰ নুহিকে সমান॥

( অষ্টম, ৩৯৭—৩৯৮ )

৫। যত দেখা ভূত প্ৰাণী সবে বিষ্ণু হেন জানি
হিংসা এড়ি কৰা উপকাৰ।
বিষ্ণুক মনত ধৰা শ্ৰৱণ কীৰ্ত্তন কৰা
নিস্তৰিবা তেবেসে সংসাৰ॥

( অষ্টম, ৮৮১১ )

৬। নৰ্কাবিলে প্ৰাণীক ভয়তে পৰিত্ৰাণ।
বিপ্ৰক নিদিলি কিবা প্ৰতিশ্ৰুত দান॥

( অৰ্জ্জুনৰ প্ৰতি যুধিষ্ঠিৰ ; একাদশ, ৭৩৩;)

———

# প্ৰাণী হিংসা

১। যিটো মন্দমতি অতি একোৱে নুবুজে।
ব্যৰ্থ পশু-পক্ষী মাৰি সকুটুম্বে ভুঞ্জে ॥
মহা ৰৌৰৱত পৰে নাহিকে নিস্তাৰ।
কঙ্ক পশুগণে বেঢ়ি মাংস খায় গাৰ।

( ষষ্ঠ, ২৪ )

২। প্ৰাণীক নিৰোধে যিটো গাঁত গহ্বৰত।
তাকো যমদূতে পোতে যমৰ পুৰত ॥

( ষষ্ঠ, ৫২ )

৩। নজানে দক্ষিণা বিধি পূজায়ো নাহিকে সিদ্ধি
নজানে প্ৰাণীৰ হিংসা দোষ।
আপোন জীৱিকা অৰ্থে পশুগণ মাৰে ব্যৰ্থে
তাতে মিলে মনত সন্তোষ ॥

( নিমি নৱসিদ্ধ, ৩৩৪ )

৪। ঘৰ-পোষা পশু যিটো কৰে বলিদান।
পৰম অজ্ঞানী সিটো ৰাক্ষস সমান ॥
যিকাযে কাটিলে বলি তাতো নাহি আশ।
চিৰকাল তমো নৰকত কৰে বাস ॥
পাছে পৰকালে তাক সেহি পশু পাই।
কাটি কাটি শৰীৰৰ মাংস ছিণ্ডি খায় ॥
মহা দুঃখে মূৰ্চ্ছা যায় শ্ৰুতি-জ্ঞান হৰে।
চিৰকাল পাতকী যাতনা ভুঞ্জি মৰে ॥

( ষষ্ঠ, ৫৮—৫৯ )

৫। পাইবো মনোৰথ সিদ্ধি মনে হেন মানে।
মোহ হুয়া অনেক পশুক বধে প্ৰাণে ॥

পোষে পশু পক্ষী কৰে সিসবে বিশ্বাস।
গুচে ভয় থাকে চাপি গৃহস্থৰ পাশ ॥
মাতিলে আপুনি খায় হাতে আহাৰ।
তাক যিটো জনে বধে শুনা গতি তাৰ ॥
অস্ত্র শস্ত্র ধৰি পশু থাকে বাট চাই।
যেতিক্ষণে সিটো নৰ পৰলোকে যায় ॥
কাটি ছিণ্ডি বেঢ়ি মোচৰয় কতো ঘাৰ।
ডোখোৰা ডুখৰি কৰি মাংস খাই গাৰ ॥
(নিমি নৱসিদ্ধ, ৩৫৪—৩৫৬)

৬। ডাঁস মশ মাখি জোঁক পোক পৰুৱাৰ।
ঈশ্বৰে নিৰ্ম্মিল বৃত্তি ৰুধিৰে আহাৰ ॥
পিয়ন্তে গাৱৰ তেজ তাক যিটো মাৰে।
পৰে সিটো নৰ অন্ধকূপ অন্ধকাৰে ॥
ডাঁসে মসে সপে তৈতে খাই তাক বেঢ়ি।
নাহি নিদ্রা আতি আৰ্ত্তৰাৱে পাৰে গেৰি ॥
কেঁচুক পিম্পৰা যেন মতে বেঢ়ি খাই।
ভুঞ্জে মহা যাতনা চেতন তাৰ নাই ॥
( ষষ্ঠ, ৩২—৩৩)

৭। আত্মৰূপে ঈশ্বৰৰ পৰ শৰীৰত।
সৰ্ব্বদা আছন্ত তাক স্বগুণে মনত ॥
পৰক কৰয় দ্বেষ বৃথা দেহ লাগি।
নৰকত পৰে সিটো পৰম অভাগী ॥
( নিমি নৱসিদ্ধ, ৩৫৬—৩৫৭ )

৮। ঈশ্বৰক হিংসা কৰে পৰ শৰীৰত।
পৰয় অন্তে সিটো ঘোৰ নৰকত ॥
( ৰত্নাকৰ ভাঃ ৮০৭ )

৯। কৃষ্ণক নভজি যিটো পূজে আন দেৱ।
কৰে বলিদান তাক সম নাহি কেৱ ॥
(একাদশ, ৭৫৪ নাহি কেৱ অৰ্থাৎ কোনো আত্মঘাতী নাই।

---

## উপকাৰী আৰু উদাসীন

কতো কতো মনুষ্যৰ হেন ব্যৱহাৰ।
উপকাৰী জনকেসে কৰে উপকাৰ ॥
কতো সাধু নৰে উপকাৰক নচাৰে।
কৰে উপকাৰ সমস্তক সমভাৱে ॥
উপকাৰী উদাসীন দুইতো নেদে মতি।
সিটো কোনজন তাক কহিয়ো সম্প্ৰতি ॥
এহি বুলি সোধে কথা মাধৱক চাই।
দিলন্ত সিদ্ধান্ত কৃষ্ণে বুজি অভিপ্ৰায় ॥
শুনা সখীসব আবে বচন আমাৰ।
যিটো উপকাৰীকেসে কৰে উপকাৰ ॥
সুহৃদ নাহিকে তাৰ নাই কিছু ধৰ্ম্ম।
আপোনাৰ অৰ্থে মাত্ৰ কৰে সিটো কৰ্ম্ম ॥
উপকাৰ নচায় যিটো কৰে উপকাৰ।
সি সি সাধুজন মহাধৰ্ম্ম সিজে তাৰ ॥
উপকাৰী উদাসীন দুইতো নেদে মন।
আছে চাৰিবিধ শুনা তাহাৰ লক্ষণ ॥
যিটো মহা ব্ৰহ্মজ্ঞানী দেখে সব মিছা।
যিজন আপোনে পূৰ্ণ ভোগে নাই ইচ্ছা ॥

যিটো গুৰুদ্ৰোহী আউৰ একোৱে নমানে।
যিটো মহামূঢ় গুণ-দোষক নজানে॥
কাহাতো নভজে এহি চাৰি বিধজন।
কহিলো নিশ্চয় তোমাসাক গোপীগণ॥

( দশম, ১৪৪৭—১৪৫১ )

---

## গুণাধিক, গুণাধম আৰু সমানৰ প্ৰতি আচৰণ

১। গুণতো অধিক যিটো আপোনাত কৰি।
তাকো দেখি প্ৰীতি অতি কৰিব সাদৰি॥
নকৰিব কদাচিতো তাহাক অসূয়া।
গুণাধম জন দেখি কৰিবেক দয়া।
সমানে সহিতে যিটো মিত্ৰতি কৰয়।
সংসাৰৰ তিনি তাপে তাক মুচুৰয়॥

( ৰত্নাকৰ অঃ, [illegible] )

২। সমস্তকে ঈশ্বৰত অৰ্পিবেক নিতে।
উত্তমত প্ৰীতি কৰিবেক যথোচিতে॥
সমানত মৈত্ৰী দয়া কৰিবে হীনত।
এহি সব গুৰুত শিখিবে ভালমত॥

( নিমি নৱসিদ্ধ, ১৪১—১৪২ )

৩। অন্তৰ্যামী মই ঈশ্বৰক দেখি মনে।
যথাযোগ্য চাৰিবিধ প্ৰাণীক যতনে॥
কৰিবেক অৰ্চ্চা চাৰি প্ৰকাৰ আমাক।
সমানে সহিতে কৰিবেক মিত্ৰ তাক॥

উত্তম জনক মান দান দৰিদ্ৰক।
কৰিলেক ক্ষমা আতি বিপক্ষ জনক॥
এহিমতে জানা যিটো জন প্ৰৱৰ্ত্তয়।
তাকো সংসাৰৰ তিনি তাপে নোচোৱয়॥

( দেৱহুতি ; ৰত্নাকৰ ভাঃ, ৬০১—৬০২ )

---

## আশা

১। আশা নামে নদী ঘোৰ জল মহাধন।
নানা বিধ তৃষ্ণা অতি ঢউ সৰ্ব্বক্ষণ॥
কাম ক্ৰোধ ভৈল কুম্ভীৰ মকৰ।
নানা তৰ্ক বিতৰ্ক গহন ভয়ঙ্কৰ॥
মোহচয় মহা পাক চিন্তায়ে কাতৰ।
দিন-ৰাত্ৰি ভৈল আতি বেগ খৰতৰ॥
ক্ষণে ক্ষণে নেয় ধৈৰ্য্য-বৃক্ষক খসায়।
যত জীৱ ৰাশি আতি ঝাঁজি উটি যায়।

( দশম, ৩৩৫—৩৩৭ )

২। নাহিকে পৰম সুখ নিৰাশাত পৰ।

( দশম, ২৪১৯ )

---

## সত্য

১। সত্যে নেই উৰ্দ্ধক অসত্যে অধোগতি।
হেন জানি সত্যক ৰাখিবে কৰা মতি॥

( হৰিশ্চন্দ্ৰ উঃ, ২৬২ )

২। যিটো পুৰুষৰ নষ্ট ভৈল অঙ্গীকাৰ।
লোকৰ বৰ্জ্জন হোৱে জীৱন ধিকাৰ॥
নাহি নাহি আন ধৰ্ম্ম জানা সত্য বিনে।
... ... ... ...
অগ্নিহোত্ৰ কৰে যিটো পঢ়ে চাৰিবেদ।
যত মহা দান আদি কৰি অবিচ্ছেদ॥
সকলো নিষ্ফল যাৱ লড়িলে বচন।
হেন জানি সত্য প্ৰভু কৰিয়ো ৰক্ষণ॥

(হৰিশ্চন্দ্ৰ উঃ, ২৫৯—২৬০)

৩। সাক্ষী হৈয়া সভাত অসত্য বোলে বাণী
ক্ৰয়-বিক্ৰয়তো মিছা মাতে যিটো প্ৰাণী॥
শতেক যোজন উপৰক সেই ধৰি।
শিলাত পেলাৱে দূতে হেঠমুণ্ড কৰি॥

(ষষ্ঠ, ৪৪)

---

## সুখ-দুঃখ

১। চক্ৰাকাৰে ঘুৰে সংসাৰৰ সুখ-দুঃখ॥
আপদ সম্পদ আসি মিলে কৰ্ম্মগতি।
দৈৱক বাধিবে পাৰে কাহাৰ শকতি॥

(অষ্টম, ১৪২৮)

২। মাধৱৰ মায়াৰ কমনে পাৱে অন্ত।
ঐশ্বৰ্য্য দৰিদ্ৰ হোৱে দুখী ধনৱন্ত॥
স্বৰ্গীয়ো নৰকী নৰকীয়ো স্বৰ্গে যায়।
সৰ্ব্বকালে সুখ-দুখ একো স্থানে নাই॥

সংসাৰৰ সুখ-দুখ জানা সবে মায়া।
তিলেকেতে অম্বৰে মেঘৰ যেন ছায়া॥

( অষ্টম, ৮৮৪৫—৮৮৪৬ )

৩। সংসাৰৰ তিনিবিধ দুঃখৰ মধ্যত।
একবিধ দুঃখ তভু ভুঞ্জছে সতত।
আচোক গুচাইবে প্ৰতিকাৰ দুঃখচয়।
মহা দুঃখময় প্ৰতিকাৰ সমস্তয়॥

× × × ×

মহা মনোৰথ পৰম্পৰা অতিশয়।
হেনয় সংসাৰ মনতেসে হুন্তে হয়॥
জীৱৰ সংসাৰ আসি হোৱে অজ্ঞানত।
পাৱে জীৱে সংসাৰৰ দুঃখ নানামত॥
গুৰুৰূপ বাসুদেৱ ভকতি মাত্ৰকে।
সংসাৰ উচ্ছেদ আসি হোৱয় এতেকে॥

( ৰত্নাকৰ ভাঃ, ১০১১—১০১৫ )

---

## ধৈৰ্য্য

১। বান্ধৱৰ সমাগম তেহুয় অথিৰ।
ধৈৰ্য্যাসে ঔষধ সদা আপদ ব্যাধিৰ॥

( ৰামায়ণ উত্তৰাকাণ্ড )

২। কাৰ্য্য সময়ত কেনে ভৈলা হতবুধি।
আপদ ব্যাধিৰ হোৱৈ ধৈৰ্য্যোসে ঔষধি॥

( হৰিশ্চন্দ্ৰ উঃ, ২৫৮ )

---

# শ্ৰী

১। আতি অন্ধ কৰে পুৰুষক শ্ৰীমায়া ॥
শ্ৰী-মদে পাইলে সিটো জীৱন্ততে মৰা।
মাতন্তে নমাতে যেন আতুৰ নাপৰা ॥
শুনিয়ো নুশুনে যেন বসি থাকে কলা।
দেখিয়ো নেদেখে যেন দিনতে অন্ধলা ॥
কোনোনো অৱস্থা নকৰয় শ্ৰীমদে।
শ্ৰীমন্ত ভৈলে পাৱে পৰম আপদে ॥

(অষ্টম, ৮৯৭০—৮৯৭১)

২। শ্ৰীমদে অন্ধ কৰি যেনমতে মাৰে।
আন গৰ্ব্বে কৰিবাক ততেক নপাৰে ॥
শ্ৰী ভৈলে লাগে নাৰী কৰে মদ্য পান।
অন্ধ হুয়া অনেক পশুৰ লয়ে প্ৰাণ ॥
কেতিক্ষণে পড়য় খণিক ইটো কায়।
অন্তকালে হোৱে সিটো বিষ্ঠা পলু ছাই ॥
তাৰ অৰ্থে কোন জনে প্ৰাণী হিংসা কৰে।
একে নিদাৰুণ স্ত্ৰী মদান্ধত পৰে।
শ্ৰী-ব্যাধি কৰে পুৰুষক হতবুদ্ধি।
হোৱে সুস্থ পাৱে যেবে আপদ ঔষধি ॥
সমস্তৰে একে দুঃখ জানে আটা পাই।
নকৰে পৰক পীড়া দৰিদ্ৰে দুনাই ॥
ক্ষুধাত নপায় অন্ন শুকাই আঁত মুখ।
এড়ে অহঙ্কাৰ গৰ্ব্ব মিলে মহা সুখ ॥
স্বভাৱে তপস্যা সিজে শুদ্ধ হোৱে মতি।
তেৱেসে দৰিদ্ৰ লয়ে সন্তৰ সঙ্গতি ॥

(দশম, ৩০২—৩০৫)

৩। যিটো সাৰ্ব্বভৌম সিংহাসনে থাকে
সামৰাজ্যে সেৱা কৰে।
শ্ৰীৰ অধীন হুয়া প্ৰভু সিটো
গৃহতে থাকিয়া মৰে ॥

( কীৰ্ত্তন, ১৩৮৬ )

## ধন

১। কৰ্ম্মকৰি সাধয় বিত্তাদি যত যত।
মুহিকে সুখৰ হেতু জানা স্বৰূপত ॥
ধনে পুৰুষক দুঃখ দেই নিৰন্তৰ।
আপোনাৰ মৃত্যুধন জানা সাৰত্তৰ ॥
কিবা প্ৰীতি সাধিবেক গৃহ পুত্ৰাদিত।
যিহেতু অনিত্য নথাকয় কদাচিত ॥
পাৱে মহা দুঃখ অতি ধনক অৰ্জ্জন্তে।
মোহ হৈয়া দান ভোগ নকৰে থাকন্তে ॥
গুচি গৈলে ধন [illegible] [illegible] পাৱয়
কৈত জানা ধনে আৱ সুখক দিছয় ॥

( ৰত্নাকৰ ভাঃ, ৯৮৮—১০০০ )

২। আপোনাৰ মৃত্যু বুলি জানিবেক ধন।
নানা পীড়া মিলে আসি ইহাৰ কাৰণ ॥
পুত্ৰ পত্নী পশু গৃহ সমস্তে চঞ্চল।
কোন প্ৰীতি সাধিবেক হসাবে বিফল ॥
যদি বোলা ধন হন্তে ধৰ্ম্ম উপজয়।
সেহি ধন হন্তে স্বৰ্গ-সুখক পাৱয় ॥

শুনিয়ো স্বৰ্গত আছে যত যত সুখ।
সমস্ত বিনাশী সদা পাৱে মাত্ৰ দুঃখ॥
আপোনাৰ সমান পৰৰ দেখি শ্ৰীক।
কৰে নিন্দাবাদ তৈতে বিবাদ অধিক॥
অনুদিনে দেখে সিটো পুণ্য যায় ক্ষয়
মনৰ মুগুচে সদা পতনৰ ভয়॥

নিমি নৱসিদ্ধ, ১৩৩—১৩৫

---

## অতিথি

১। যদি মহাশত্ৰু আসি হোৱয় অতিথি।
দেৱ হেন মানি তাক কৰিবা ভকতি॥
পূৰ্ব্ব গুণ-দোষ কিছু নকৰি বিচাৰ।
হেনসে শাস্ত্ৰৰ নয় ধৰ্ম্ম-ব্যৱহাৰ॥

(অষ্টম, ৪৯২—৪৯৩)

২। অতিথিক দেখি যিটো চক্ষু পকাই চাৱৈ।
নাহি নাহি বুলি চলচল কৰি ধাৱৈ॥
বজ্ৰদন্ত কাকে ভুঞ্জে চক্ষুক উভাৰি।
কঙ্ক বক্ক গৃদ্ধে উদৰৰ দাৰে নাড়ী॥

(ষষ্ঠ, ৫৩)

৩। অতিথিক নেদি কিবা কৰিলা ভোজন।
সিজিল পাতেক কিবা অগম্যাগমন॥

(অৰ্জ্জুনৰ প্ৰতি, একাদশ, ৬৪৭)

---

## প্ৰীতি আৰু কন্দল

১। মিত্ৰভাৱে যেনমতে শত্ৰু কৰি ক্ষয়।
কন্দলে নপৰি তাক জানিবা নিশ্চয় ॥

( অষ্টম, ৪৪৪ )

—

## ভাৰ্য্যা

১। কৰ্ম্মসময়ত তোক মন্ত্ৰী হেন লেখি।
ৰঙ্গৰ বেলাত যে তই প্ৰাণ-সখী ॥
স্নেহৰ প্ৰস্তাৱে তই মাতৃ হেন ঠান।
শয়ন বেলাত তই দাসীৰ সমান ॥

( হৰিশ্চন্দ্ৰ উঃ, ৪৩২ )

২। পূৰ্ব্ব জন্মৰ ভাৰ্য্যা যাৰ যেই পাৰে আসি
তাৰ কিছু দৈৱে বাধা নাই।

( কঃ হৰণ কাব্য, ১৪৯ )

—

## জয়-পৰাজয়

১। শুনিয়োঁ কপটী মিছা চটি মতি
কৰাহা অজ্ঞান হুই।
দৈৱৰ অধীন জয়-পৰাজয়।
কাহাৰো শাশ্বত নুই ॥

( অষ্টম, ৯৪০ )

২০। ইটো চাৰ সংসাৰত নাহি কিছু সাৰ তত্ত্ব
মহা জ্ঞানীলোকে হেন কয়।
হাৰিয়া জিনয় কেহো জিনিয়া হাৰয় আতি
কৈতো সৰ্ব্বকালে নাহিজয়
(ৰুক্মিণী হৰণ কাব্য, ৪৪৭)

---

## ঔষধি

১। প্ৰথম ব্যাধিত যদি নেদয় ঔষধি
পাছে পীড়া কৰন্তে হৰয় সব বুদ্ধি
২। লঘু ভৈলি আপুনি নুশুনি মোৰ বুদ্ধি
স্বতন্ত্ৰ ৰুগীয়াক কি কৰে ঔষধি ॥
(ৰুক্মিণী হৰণ কাব্য, ৩৪০)

---

## কপটী

১। আমিসি কপটী তুমিসি উদাৰ
ই কথা আনত শোধা।
আপোনাৰ ভৰি থৰে আৰ কৰি
পৰকেসে বোলে গোধা ॥
(অষ্টম, ১০৯)

---

## দুৰ্জ্জন

১। দুৰ্জ্জন জনৰ হেনয় চৰিত্ৰ
পাৱে ধৰি উঠে কান্ধে।
ছলা ফাৰি চাউল চোবায়ে সিভিতি
গলত ধৰিয়া কান্দে।

( অষ্টম, ১৪০ )

---

## সৰ্ব্বজ্ঞান

১। জানি ইটো তত্ত্ব কৰা থিৰকৰি চিত।
মোকেসে দেখিবা মাত্ৰ সমস্ত প্ৰাণীত॥
আপোনাতে দেখিবা ঈশ্বৰ অন্তৰ্য্যামী।
জ্ঞান দৃষ্টি চাই মোক কৰিবা প্ৰণামি॥
ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ দৃষ্টি সমতুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাকেসে পণ্ডিত বুলি সি সি সৰ্ব্বজ্ঞান॥

( একাদশ, ২৫৬—২৫৭ )

---

## বৃক্ষ

১। কৰে পৰ উপকাৰ কিনো কৃপাময়।
পৰবসে অৰ্থে জীয়ে ইটো বৃক্ষচয়॥
থাকে সহি বহি মহা ৰৌদ্ৰ বৃষ্টি বাত।
আমি সুখে বঞ্চো বহি ইহাৰ ছায়াত॥

পৰ উপকাৰী তৰু জনম সাৰ্থক।
সন্তৰ বিমুখ যেন মুহিকে পাৰ্থক ॥
বাকলি পল্লৱ মূল পত্ৰ পুষ্প ফল।
যেই যিবা চাৱে পাৱে বৃক্ষতসকল ॥
জীৱনৰ সফল দেহীৰ এহি মানে।
জীয়ে পৰ উপকাৰ কৰি অৰ্থ প্ৰাণে ॥

( দশম, ৯২৭ -৯২৯ )

---

## সুৰা-পান

জগতৰ মাজে আছে কত প্ৰাণীগণ।
আপোন ইচ্ছায়ে মাংস কৰয় ভোজন।
কৰে সদা নাৰীসঙ্গ আৰো মদ্যপান ॥
ইসবৰ নাহি জানা শাস্ত্ৰৰ বিধান।
...   ...   ...
যিটো সৱ জন আছে মায়াত আবৃত।
প্ৰবৃত্তি শাস্ত্ৰক পঢ়ি সদা ব্যগ্ৰচিত্ত ॥
তাসম্বাৰো মাজে যাৰ অধিকাৰ।
সেহিমতে কৰিবেক তাক ব্যৱহাৰ ॥
বেদে বোলে সুৰাক কৰিবে মাত্ৰ ভ্ৰাণ ॥
কদাচিতো নকৰিবে ই মদ্যক পান।
নমাৰিবে পশুক এড়িবে মাংস আশা ॥
দেৱকো উদ্দেশি পশু নকৰিবে হিংসা।

( নিমি নৱসিদ্ধ, ৩৪৫—৩৪৮ )

২। সুৰা-পায়ী চাতুকাৰ চাণ্ডাল।
নিষ্ঠুৰ বাক্য বোলে সৰ্ব্বকাল ॥
পুত্ৰ দাৰা ধন আতেসে ৰতি।
সবাতো অধম যি মন্দমতি ॥
সি সবো পাপত হোৱে তৰণ।
যদি হৰিপদে লৱে শৰণ ॥

(কীৰ্ত্তন, ৪০—৪১)

---

## বৰ্জ্জন

১। কৰে কায়া নিমিত্তে আনত মিত্ৰৰাতি ॥
স্ত্ৰীতো নথাকে আতি প্ৰেম পুৰুষৰ।
পুষ্পক চুম্বিয়া যেন ত্যজে মধুকৰ ॥
নীচ দেখি পুৰুষক এড়ে বেশ্যাজাক।
ত্যজে প্ৰজাগণে যেন দুৰ্জ্জন ৰাজাক ॥
গুৰুকো নোশোধি বিদ্যা জাজি শিষ্যয়।
নিষ্ফল বৃক্ষক ত্যজে পক্ষী সমস্তয় ॥
ভুঞ্জি খাই অতিথি গৃহৰ এড়ে আশ।
দগ্ধ অৰণ্যত মৃগ নকৰে নিবাস ॥

(দশম, ২৩৪১—২৩৪৪)

---

# কলি ধৰ্ম্ম

## (১) সত্য।

১। মহা ধুকুতালি কৰি বুলিবে বচন।
জানিবেক লোকে সত্য মাত্তে ইটো জন॥

( দ্বাদশ, ৩৩ )

## (২) সাউদ।

১। মিছা মাতি সাউদে কৰিবে কিনা বিকা।
জাৰেক সম্পদ কৰি নিন্দিত জীবিকা॥

( তথা, ১২৩ )

## (৩) স্বামী-ভৃত্য।

১। উত্তম নায়ক যদি হোৱে ক্ষীণ-বিত্ত।
নাদৰিবে তাক যত পুৰাতন ভৃত্য॥
যদি ৰোগী ভৈল ভৃত্য অনেক পুৰুষি।
দেখি স্বামীসবে তাক এৰিবে সুপুষি॥
ধেনুকো তেজিবে যেবে দুগ্ধ ভৈল হীন।

( তথা ১২২ ৪ )

## (৪) কুটুম্ব।

১। কলিত হৈবেক লোক তিৰী পৰাধীন॥
পিতৃ-মাতৃ জ্ঞাতি যত তেজিবে সোদৰ।
ভাৰ্য্যাৰ কুটুম্বে হৈব সুহৃদ লোকৰ॥

নিজ গোত্ৰ কুটুম্বতো এৰিবেক আশ ।
ভাৰ্য্যাৰ ভাতৃত মাত্ৰ কৰিবে বিশ্বাস ॥

( তথা, ১২৫ )

২ । তোমাৰেসে জী—জমাহ তোমাৰেসে ঘৰ ।
তুমিসে আপোন হৈবা আমি হৈবো পৰ ॥
( ৰুক্মিণী হৰণ কাব্য —৬৭৭

---

## (৫) ধৰ্ম্ম-ব্যাখ্যা ।

১ । মূৰ্খৰ উন্নতি হৈব ফুৰিবে উল্লাসি ।
ধৰ্ম্ম বখানিৱে উচ্চ আসনত বসি ॥

( দ্বাদশ, ১২৬ )

## (৬) দুৰ্ভিক্ষ ।

১ । পৰিব দুৰ্ভিক্ষ ভাতে মৰিবেক প্ৰজা ।
কৰৰ নিমিত্তে তাতে পীড়িবেক ৰাজা ॥
ৰাজ-ভৃত্যসকলে কৰিবে হুলস্থুল ।
মুগুচিবে মনুষ্যৰ মনত আকুল ॥

( তথা, ১২৭ )

## (৭) পণ্ডিত ।

১ । কহিবে নপাৰে একো বেদ শাস্ত্ৰ তত্ত্ব ।
মহা জ্ঞান শূণ্য পৰমাৰ্থ-বিচাৰত ॥
একোৱে নজানে কিছু নাপাৰে খণ্ডিত ।
বহু-বন্ধী ভৈলে তাক বুলিবে পণ্ডিত ॥

( তথা, ২৮ )

## (৮) সাধু-অসাধু।

ধন-জন বিভৱ নাথাকে যাত আতি।
সেহিজন অসাধু লোকত অসঙ্গাতী ॥
পৰম দাম্ভিক যিটো ধনৰ গৰ্ব্বত।
সেহি জন মহা সাধু বোলাইবে লোকত ॥

( তথা, ২৯ )

## ফকৰা।

শ্ৰীকান্তি ৰাম বুঢ়া ভকতৰ ফকৰাৰ পৰা লোৱা হৈছে।

১। সাত পুৰুষত নাই গাই।
চালনী লৈ দুব যাই ॥

২। সুকাজত বিকাজ হল।
মাক নোহোৱাকৈ জীয়েক হল।

৩। এডালি বৃক্ষেই আছে জগতকে জুৰি
তলে আছে ডাল পাত উপৰে আছে গুৰি ॥

৪। বালিত পাৰিলে কণি।
কাৰো কতো নাহ চিনা চিনি ॥

৫। পঢ়ি শুনি নাপাই তত।
চাই থাকে কাণি বগলীৰ মত ॥

৬। উলুৰ চৰচৰি নদীৰ মোচৰ।
মাক নজন্মাতে জীয়েৰ যোল্ল বছৰ ॥

৭। বুজাক বুজাবা ইঙ্গিতে আকাৰে।
অবুজাক বুজাবা ধাৰা চাপাৰে ॥

৮। এক ধানৰ এক চাউল।
বান্ধনী বিনে আউল-জাউল ॥

৯। নামক নামে ভজে নামক নামে যজে
নামক নামে কৰে সেৱ।
নিজ নাম কই জীৱ তৰি যাই
ইয়াক নাজানে কেৱ ॥

১০। সাগৰে নগৰ নগৰে সাগৰ
সাগৰক গিলিছে মাছে।
এডাল নলৰ নওটা ডুলি
তাৰো এক অংশ আছে ॥

——— ———

# টোকা।

১। **ঈশ্বৰ-নিৰ্ণয়—** মহাপুৰুষ শঙ্কৰদেৱৰ বাণীত সহজ ভাষাত জটিল তত্ত্ব ঈশ্বৰ-নিৰ্ণয়ৰ চমু আভাস আছে ( ভক্তি ৰত্নাকৰ দেখা )। ঈশ্বৰ মুৰ্ত্তি-শূণ্য সৰ্ব্ব-কৰ্ত্তা, সৰ্ব্বজ্ঞ, সৰ্ব্ব-সেব্য, জগতৰ ঈশ এক, বিশ্ব-ব্যাপক, জগত প্ৰকাশক, জগতৰ আদি-অন্ত-মধ্য, বহুৰূপী, পুৰুষ পুৰাণ, নিৰঞ্জন, আনন্দময়, অনাদি, অনন্ত, অক্ষয়, আদ্যকাৰণ, সৃষ্টি-স্থিতি-লয়ৰ কাৰণ, নিৰাময়, অন্তৰ্য্যামী, জন্ম-মৰণ-শূণ্য।

ঈশ্বৰ সত্য * পূৰ্ণ ; তেওঁত বাদে আন একো নাই তেওঁ জগতৰ সকলোতে আছে। যিমান দেখা, যিমান শুনা, সকলো তেৱেঁই তেওঁ জগতৰে আত্মা এক। তেওঁ আৰু জীৱ অভেদ ( ভক্তি ৰত্নাকৰ দেখা )। জগতৰ বিনাশ আছে, তেওঁৰ নাই। তেওঁ আপোনাতে আপোনাক স্ৰজে আৰু আপোনাকে আপুনি সংহৰে †। তেওঁ ভূত, প্ৰাণ, ইন্দ্ৰিয় আদি সকলোৰে কাৰণ তেওঁ মাথোন চৈতন্য ; তেওঁ নিৰ্গুণ কিন্তু গুণৰ নিয়ন্তা। তেওঁৰ শত্ৰুমিত্ৰ নাই ; সংসাৰৰ দোষ-গুণে তেওঁক নেচোৱে। তেওঁ সকলোকে দেখে, কিন্তু তেওঁক কোনেও নেদেখে ; ইত্যাদি। উপনিষদৰ কথাত কব পাৰি তেওঁ সৎ, চিৎ আৰু আনন্দ। মাধৱদেৱ পুৰুষেও এনে বৰ্ণনা দিছে। ‡

---

* সত্যং জ্ঞানমনন্তং । তৈত্তিৰীয়োপনিষদ্। (১।২)

† যেনে, একোদেৱঃ সৰ্ব্বভূতেষু গূঢ়ঃ সৰ্ব্বব্যাপী সৰ্ব্বভূতান্তৰাত্মা।
কৰ্ম্মাধ্যক্ষঃ সৰ্ব্বভূতাধিবাসঃ সাক্ষী চেতা কেৱলো নিৰ্গুণশ্চ ॥
( শ্বেতাশ্বতৰোপনিষদ, ৬।১১ )

‡ নমো নমো নিত্য নিৰঞ্জন নাৰায়ণ শিৱ সনাতন
অনাদি অনন্ত নিৰ্গুণ গুণ নিয়ন্তা।
পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্বাপৰ আদি অন্ত
তুমিসে চৈতন্য ঈশ্বৰ ভৱ ভাৱন্তা ॥
( নামঘোষা, ৫৮৭ )

[ ৫ দফা ]—"ঈশা বাস্য মিদং সৰ্ব্বং যৎকিঞ্চ জগত্যাঞ্জগৎ"। (ঈশোপনিষদ, ১)। এই জগতত যি কিছু প্ৰত্যক্ষ আৰু অনুমেয় বস্তু (জগৎ) আছে, সকলো পৰমেশ্বৰৰ দ্বাৰা আচ্ছাদিত।

[ ৪ দফা ]—"যো দেৱোঽগ্নৌ যোঽপ্সু যো বিশ্বং ভুৱনমাৱিৱেশ।
য ওষধীষু যো বনস্পতিষু তস্মৈ দেৱায় নমোনমঃ॥

(শ্বেতাশ্বতৰোপ-নিষদ, ২।১৭)। যি দেৱ, অগ্নি, জল, ঔষধি আৰু বট আদি বনস্পতি সোমাই ৰৈ আছে, সেই পৰমেশ্বৰক বাৰ বাৰ নমস্কাৰ কৰোঁ।

[ ১৬ দফা ]—একো বশী সৰ্ব্বভূতান্তৰাত্মা, একং ৰূপং বহুধা
যঃ কৰোতি
তমাত্মস্থং যেঽনুপশ্যন্তি ধীৰাস্তেষাং সুখং শাশ্বতং নেতৰেষাম্॥
(কঠোপনিষদ ৫।১২

যোনে সকলো প্ৰাণীৰ অন্তৰ্য্যামী আৰু চৰাচৰ জগতক বশত ৰাখিছে আৰু যোনে এক ৰূপকে বহুৰূপ কৰিছে, সেই অন্তৰ্য্যামী আত্মাক যিসকল ধ্যানশীল বিদ্বানলোকে দেখে তেওঁলোকেহে মুক্তিৰ সুখ লাভ কৰে, মূঢ়বোৰে নহয়।

[ ১৯ দফা ]—"আত্মন এষ প্ৰাণো জায়তে।
যথৈষা পুৰুষে ছায়ৈতস্মিন্নেতদাততং মনোকৃতেনায়াত্যস্মিনশৰীৰে॥"
(প্ৰশ্নোপনিষদ, ৩।৩)

পৰমেশ্বৰৰ (আত্মাৰ) পৰাহে প্ৰাণ ওপজে। দৃষ্টান্ত যেনে, শৰীৰ হলে ছায়া হয়, নহলে নহয়: এই প্ৰাণত আত্ম-স্বৰূপ ব্যাপ্ত হয়, কিন্তু ব্ৰহ্মত কোনো প্ৰাণ ব্যাপ্ত নহয়। এই শৰীৰলৈ মনৰ শুভাশুভ বাসনাৰূপ বন্ধ হোৱা প্ৰাণ আহে অৰ্থাৎ শৰীৰৰ লগত সম্বন্ধ হয়।

ওপৰৰ তত্ত্ববাণীৰ লগত মিল আছে।

[ ২৬ দফা ]—মহাপুৰুষ মাধৱদেৱেও গাইছে :—

"ঘটে ঘটে ৰাম বিয়াপক হোই।
আতমা ৰাম বিনে নাহি কোই॥"

(বৰগীত, ৩৪)

ধৰ্ম্মবীৰ কবীৰে কয় :—

"ঘট ঘটমে ৰহি সাঁই ৰমতা।" অৰ্থাৎ ঘটে ঘটে বা প্ৰতি দেহত থাকি স্বামী আনন্দ কৰিছে।

## [১২ পৃঃ] নাৰায়ণ, পৰমাত্মা, ব্ৰহ্ম, ভগৱন্ত :—

নাৰায়ণ, পৰমাত্মা, ব্ৰহ্ম আৰু ভগৱন্ত একে বস্তু ; কেৱল লক্ষণ ভেদত ভিন ভিন নাম। ভাগৱতৰ একাদশ স্কন্ধত ইয়াৰ আলোচনা আছে।

গীতাত অক্ষৰক পৰম ব্ৰহ্ম বুলিছে ( ৮।৩ )। ছান্দোগ্য উপনিষদত জগতৰ সকলোকে ব্ৰহ্ম বুলিছে ( ৩।১৪।১ )। কেনোপনিষদত কৈছে— যাক মনেৰে ঢুকি নাপায়, যাক চকুৰে দেখা নাযায়, যাক বাক্যৰ দ্বাৰা বৰ্ণাব নোৱাৰি, যাক কাণেৰে শুনা নাযায় আৰু যাক উশাহ-নিশাহৰ দ্বাৰা উপলব্ধি কৰিব নোৱাৰি তেৱেঁ ব্ৰহ্ম ( ১।৩-৮ )* শ্বেতাশ্বতৰোপনিষদেও তাকে কয় †।

মহাপুৰুষ মাধৱদেৱে গাইছে :—

অব্যক্ত ঈশ্বৰ হৰি  কিমত পূজিব তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তিগণা  কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন ॥

( নামঘোষা—৫ )

---

* যদ্বাচানভ্যুদিতং যেন বাগভ্যুদ্যতে
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে ॥
যন্মনসা ন মনুতে যেনাহুৰ্মনো মতম্।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে ॥
যচ্চক্ষুষা ন পশ্যতি যেন চক্ষূংষি পশ্যতি।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে ॥
যচ্ছ্রোত্ৰেণ ন শৃণোতি যেন শ্ৰোত্ৰমিদং শ্ৰুতম্।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে ॥
যৎ প্ৰাণেন ন প্ৰাণীতি যেন প্ৰাণঃ প্ৰণীয়তে।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে ॥ ( ১।৪।৮ )

† যেনে :—ন সংদৃশে তিষ্ঠতি ৰূপমস্য ন চক্ষুষা পশ্যতি কশ্চনৈনম্।
হৃদা হৃদিস্থং মনসা য এনমেৱং বিদুৰমৃতাস্তে ভৱন্তি ॥ (৪।২০)

বেদব্যাসাগ্নীসকলে তেওঁক ব্ৰহ্ম, হিৰণ্যগৰ্ভৰ উপাসক সকলে পৰমাত্মা আৰু ভগৱদ্ভক্তসকলে ভগৱান বুলি কীৰ্ত্তন কৰে *।

[১৫ পৃঃ] দেহ—যাৰ উৎপত্তি প্ৰলয় হয় সেয়ে দেহ। দেহৰ আদি আৰু অন্ত আছে। (গীতা, ২।১৮)

[১৬ পৃঃ] দেহ আৰু আত্মা—আত্মা দেহত থাকে, কিন্তু ই দেহ নহয়। দেহ আগেয়ে নাছিল, এতিয়া হৈছে। এতেকে তাৰ মৰণ অনিবাৰ্য্য। আত্মাৰ হলে মৰণ নাই। দেহীৰ দেহ বীজাঙ্কুৰৰ দৰে পুত্ৰ-পৌত্ৰাদিৰূপ ধৰিও বৰ্ত্তমান নাথাকে। কাঠ যেনেকৈ অগ্নিৰপৰা ভিন্ন, দেহো আত্মাৰপৰা ভিন্ন †। এই জ্ঞান স্বৰূপ আত্মা নোপজে (অৰ্থাৎ দেহ হোৱাৰ পিচত নজন্মে), বা নমৰে (দেহ মৰিলে বা প্ৰাণ গলেও নমৰে), ক'ৰো পৰা নহয় (কোনো উপাদান কাৰণৰপৰা উৎপন্ন নহয়) আৰু তাৰ পৰা (কোনো পুত্ৰাদি বা সংসাৰ নহয়)। এই আত্মা অজন্মা, অবিকাৰী, সনাতন, পুৰাণ (এতিয়াৰ দৰে আগেও নতুন। শৰীৰত থকাৰ পিচত শৰীৰক মাৰিলেও (বা নষ্ট কৰিলেও) ইয়াক মৰা (বা নষ্ট কৰা) নাযায় ‡। ই কাকো নামাৰে; ইয়াকো কোনেও মাৰিব নোৱাৰে ("নায়ং হন্তি ন হন্যতে।"—(কঠোপনিষদ, ২।১৯)

অস্ত্ৰ-শস্ত্ৰই ইয়াক কাটিব নোৱাৰে, জুইয়ে পুৰিব নোৱাৰে, পানীয়ে তিয়াব নোৱাৰে আৰু বায়ুয়ে শুকাব নোৱাৰে §। জন্মৰপৰা শ্মশানশালীলৈ যিবোৰ অৱস্থা হয় সেইবোৰ দেহৰ হে, আত্মাৰ

---

* বদন্তি তত্তত্ত্ববিদস্তত্ত্বং যজ্‌জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দ্যতে ॥ (ভাগৱত, ১।২।১১)

† দেখা:—"ন ভৱিষ্যসি ভূত্বা ত্বং পুত্ৰপৌত্ৰাদিৰূপৱান্।
বীজাঙ্কুৰৱাদ্দেহাদেৰ্ব্যতিৰিক্তো যথানলঃ ॥" (ভাগৱত, ১২।৫৩)।

‡ দেখা:—ন জায়তে ম্ৰিয়তে বা বিপশ্চিন্নায়ং কুতশ্চিন্ন বভূব কশ্চিৎ।
অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো ন হন্যতে হন্যমানে শৰীৰে" ॥
আৰো, ২।২০ দেখা। (কঠোপনিষদ, ২।১৮)

§ গীতা, ২।২৩ দেখা।

নহয়। যেনেকৈ অব্যক্তগতি কালে চন্দ্ৰৰ কলাৰ হ্ৰাস-বৃদ্ধি ঘটালেও চন্দ্ৰৰ একো নহয়, যেনেকৈ অগ্নিৰ শিখাৰেই উৎপত্তি আৰু বিনাশ হয়, কিন্তু অগ্নিৰ একো নহয়, তেনেকৈ প্ৰবাহৰ নিচিনা বেগ-যুক্ত কালে প্ৰাণীবিলাকৰ উৎপত্তি আৰু নাশ ঘটাব লাগিছে, কিন্তু আত্মাৰ নহয় *। আকৌ, আত্মা অব্যয়, নিৰ্গুণ, শুদ্ধ জ্যোতি-স্বৰূপ, আৱৰণ-শূণ্য আৰু অগ্নিতুল্য ; কিন্তু দেহ অচেতন, কাঠৰনিচিনা †।

[ ১৮ পৃঃ ] জীৱ—জীৱ ঈশ্বৰৰ অংশ অদ্বিতীয় আৰু অনাদি অবিদ্যাৰ পৰা জীৱৰ বন্ধ আৰু বিদ্যাৰ পৰা মোক্ষ হয় ‡। উপনিষদে কয় ঃ—

"উদ্‌গীতমেতৎপৰমং তু ব্ৰহ্ম তস্মিংস্ত্ৰয়ং সুপ্ৰতিষ্ঠাক্ষৰং চ।"

( শ্বেতাশ্বতৰোপনিষদ, ১।৭ )

অৰ্থ ঃ—ব্ৰহ্মপদবাচ্যৰ মাজত পৰম ব্ৰহ্মত্বযুক্ত, বেদাদি শাস্ত্ৰত গীত, যেনে ( গীতা )—"পুৰুষান্ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতি ॥" (অৰ্থাৎ পৰমেশ্বৰৰ বাহিৰে আন একো নাই, সেয়ে সীমা সেয়ে পৰাগতি। ব্ৰহ্মৰ তুল্য আন একো নাই। সেয়ে একব্ৰহ্মত জীৱ, ঈশ্বৰ আৰু প্ৰকৃতি এই তিনি বস্তু প্ৰলয় কালতো বৰ্ত্তমান থাকে। এই তিনিওতে অক্ষৰ ( অবিনশ্বৰ ) সদাই এক ৰস ব্ৰহ্ম, প্ৰকৃতি পুৰুষৰূপ ভোগা ভোক্ত,—জীৱ আৰু জড় সংসাৰৰ কাৰণ দশাত আধাৰ হৈ থাকে।

[ ১৯ পৃঃ ] জীৱ আৰু ঈশ্বৰ—ৰত্নাকৰত জীৱ আৰু ঈশ্বৰৰ প্ৰভেদৰ বিশেষ আলোচনা আছে। আচলতে জীৱ ঈশ্বৰৰ পৰা পৃথক নহয় ; কেৱল অবিদ্যাৰ কাৰণে জীৱে নিজক চিনি নাপায় §।

---

* ভাগৱত, ১১।৭।৪৭ ॥

† ভাগৱত, ১১।২৮।১১।

‡ যেনে, "একস্যৈব মমাংশস্য জীৱস্যৈব মহামতে।
বন্ধোঽস্যাবিদ্যয়াঽনাদির্বিদ্যয়া চ তথেতৰঃ ॥"

( ভাগৱত, ১১।১১।৪ )

§ ভাগৱত, ১৫।২৬-২৭ দেখা।

শ্বেতাশ্বতৰ উপনিষদেও শিকায় :—জীৱ, ঈশ্বৰ আৰু প্ৰকৃতি এই তিনিও অনাদি। প্ৰকৃতিতকৈ জীৱ ঈশ্বৰ নাম স্বামী আৰু জ্ঞান-স্বৰূপ। কিন্তু পৰমেশ্বৰত কৈ অনীশ্বৰ, অসমৰ্থ, অস্বামী আৰু অজ্ঞানী। সকলোৰে স্বামী ঈশ্বৰ; জীৱ অনীশ অসমৰ্থ; ঈশ্বৰ সৰ্ব্বজ্ঞ, জীৱ অল্পজ্ঞ; ঈশ্বৰ সৰ্বশক্তিমান, জীৱ অল্পশক্তি, ঈশ্বৰ সৰ্বস্ৰষ্টা, সৰ্বব্যাপ্ত, জীৱ শৰীৰত বদ্ধ; ঈশ্বৰ সবাত্মা, সৰ্বান্তৰ্য্যামী, জীৱ কেৱল শৰীৰাত্মা, ঈশ্বৰ সৰ্ব ঐশ্বৰ্য্যশালী, পূৰ্ণকাম, নিত্যতৃপ্ত আৰু জীৱ অল্পৈশ্বৰ্য্যশালী, অনাপ্ত কাম, লোভী, লালচী। আৰু প্ৰকৃতি সদাই সকলো ৰকমে অচেতন, জড়, অসক্ত আৰু অসমৰ্থ। ইত্যাদি প্ৰকাৰে তিনিওকো ভেদৰ লগত জানি জীৱ মুক্ত হৈ যায়। তিনিওকো ব্ৰহ্ম বুলিলেও ঈশ্বৰতকৈ জীৱ আৰু জীৱতকৈ প্ৰকৃতি অপেক্ষা ক্ৰমে কম কম অজত্ব আৰু ব্ৰহ্মত্বৰ বুলি ধৰিব লাগে। যেনে :—

"জ্ঞাজ্ঞৌ দ্বাৱজাৱীশানীশাৱজাহ্যেকা ভোক্তৃভোগ্যাৰ্থযুক্তা।
অনন্তশ্চাত্মা-বিশ্বৰূপো হ্যকৰ্ত্তা ত্ৰয়ং যদা বিন্দতে ব্ৰহ্মমেতৎ ॥"

(শ্বেতাশ্বতৰোপনিষদ, ১।৯)

[৩ দফা]—জীৱ ঈশ্বৰৰ প্ৰভেদ ঋগ্বেদত এইদৰে দেখুৱাইছে :—

"দ্বা সুপৰ্ণে সযুজা সখায়া সমানং বৃক্ষং পৰিষস্বজাতে।
তয়োৰন্যঃ পিপ্পলং স্বাদ্বত্ত্যনশ্নন্নন্যো অভি চাকশীতি ॥"

(ঋক, ১।১৬৪।২০)

অৰ্থাৎ—শোভন ভাৱে জগৎ-ৰক্ষক, সদাই সংযুক্ত (ব্যাপ্য-ব্যাপক সম্বন্ধত অভিন্ন), সমান আত্ম পদবাচ্য সেই দুই জীৱাত্মা অনিত্য শৰীৰৰূপ বৃক্ষত সদাই থাকে। তাৰে এটাই অৰ্থাৎ জীৱে সোৱাদ পিপ্পল ফল খায় (অৰ্থাৎ সুখ-দুখৰূপ কৰ্ম্মফল ভুঞ্জে)। আনটোৱে অৰ্থাৎ পৰমাত্মাই সদাই বিবেক প্ৰাৱল্যৰ কাৰণে কোনো ফল নাখায় (অৰ্থাৎ ফলভোগত বিৰক্ত); কিন্তু সাক্ষীৰূপে সকলো দেখি থাকে।

এই মন্ত্ৰ শ্বেতাশ্বতৰোপনিষদতো সন্নিবেশিত হৈছে। (৪।৬)

[২৩ পৃঃ] ভুত—ভূতৰ অৰ্থ সাধাৰণতে দুটা—(১) পঞ্চভূত

অৰ্থাৎ পৃথ্বী, অপ্, তেজস্, বায়ু আৰু আকাশ আৰু (২) ব্ৰহ্মাৰপৰা আৰম্ভ কৰি সামান্য ঘাঁহলৈকে সকলো চৰাচৰ। ইয়াত প্ৰাণী মাত্ৰকে নিৰ্দ্দেশ কৰিছে। যি জ্ঞানীলোকে সকলোৰে স্ৰষ্টা, সকলোৰে নিয়ন্তা আৰু সকলো ভূতৰে অন্তৰ্য্যামী ঈশ্বৰক নিজ আত্মাত দেখে, তেওঁহে সনাতন শান্তি আৰু সুখ পায় আনে নাপায় *। নিৰ্ম্মল অন্তঃকৰণেৰে সৈতে সকলো ভূততে আৰু আপোনাতে আকাশৰদৰে সম্পূৰ্ণ আত্মা ঈশ্বৰক দেখিব। এইদৰে কেৱল জ্ঞান-দৃষ্টি আশ্ৰয় কৰি যোনে সকলো-ভূতকে ঈশ্বৰ-জ্ঞান কৰি অৰ্চ্চনা কৰে আৰু ব্ৰাহ্মণ আৰু চণ্ডাল, সূৰ্য্য আৰু ফিৰিঙতি, অক্ৰুৰ আৰু ক্ৰুৰ—এই সকলোতে সমদৰ্শী হব তেওঁ পণ্ডিত সম্মত †। যোনে সকলো ভূতকে পৰমাত্মা (ঈশ্বৰ) যেন দেখে আৰু ঈশ্বৰক সকলো ভূততে দেখে তেওঁ তাৰপৰা পাপ আচৰণ কৰিব নোৱাৰে। ‡

[২৫ পৃঃ] **অদ্বৈত বাদ** - পূৰ্ব্ব মীমাংসা আৰু উত্তৰ মীমাংসা বা বেদান্তৰ—এই দুখন দৰ্শন বেদৰ পৰিশিষ্ট। পূৰ্ব্ব মীমাংসাৰ পথ কৰ্ম্মকাণ্ড আৰু বেদান্তৰ পথ জ্ঞান-কাণ্ড। দুজনা বিখ্যাত ধৰ্মগুৰুৱে শ্ৰীশঙ্কৰাচাৰ্য্য (৭৯৯-৮৩১ খৃঃ) আৰু শ্ৰীৰামানুজাচাৰ্য্যই (১১৩৭-১২৫০ খৃঃ) বেদান্তৰ ভাষ্য লিখি যথাক্ৰমে বিশুদ্ধ অদ্বৈতবাদ আৰু বিশিষ্টাদ্বৈতবাদ

---

* "একোবশী সৰ্বভূতান্তৰাত্মা একং ৰূপং বহুধা যঃ কৰোতি
তমাত্মস্থং যেঽনুপশ্যন্তি ধীৰাস্তেষাং সুখং শাশ্বতং নেতৰেষাম্॥"
(কঠোপনিষদ, ৫।১২)

"একো দেৱঃ সৰ্বভূতেষু গূঢ়ঃ সৰ্বব্যাপী সৰ্বভূতান্তৰাত্মা।
কৰ্ম্মাধ্যক্ষঃ সৰ্বভূতাধিবাসঃ সাক্ষী চেতা কেৱলো নিৰ্গুণশ্চ॥
(শ্বেতাশ্বতৰোপনিষদ ৬। ১)

† ভাগৱত, ১১।২৯।২২-১।

‡ যস্তু সৰ্বাণি ভূতান্যাত্মন্যেৱানুপশ্যতি।
সৰ্বভূতেষু চাত্মানং ততো ন বিজুগুপ্সতে॥
(ঈশোপনিষদ, ৬)

প্ৰতিপন্ন কৰে। তাৰ অলপ পিচত বৈষ্ণৱ-ধৰ্ম্ম প্ৰৱৰ্ত্তক শ্ৰীমাধ্বাচাৰ্য্যই (১১৯৭-১২৭৯ খৃঃ) বেদান্তৰ ভাষ্য লিখি দ্বৈতবাদ প্ৰমাণ কৰে। শ্ৰীশঙ্কৰাচাৰ্য্যৰ মতে—এক মাত্ৰ সচ্চিদানন্দ ব্ৰহ্মহে সত্য; তাত বাদে আন সকলো মিছা, মায়া মাথোন *। ইয়াৰ প্ৰকৃত অৰ্থ এই—যেনেকৈ এক সাগৰতে ঢৌ, ফেন, বুদবুদ আদি ৰূপৰ উদ্ভৱ হয় আৰু পৰক্ষণতে সেই সাগৰৰ পানীত লীন হয়, তেনেকৈ জীৱ, উদ্ভিদ আৰু অন্যান্য ভূত একমাত্ৰ সেই পৰমাত্মাৰপৰা ওপজি আকৌ তাতেই বিলীন হয়। বিবিধ নাম আৰু ৰূপৰ বস্তু তেওঁহে। আচাৰ্য্যই তেওঁৰ আত্ম-বোধত কৈছে:—

"সচ্চিদাত্মন্যনুস্যূতে নিত্যে বিষ্ণৌ প্ৰকল্পিতে।
ব্যক্তয়ো বিবিধা সৰ্ব্বা হাটকে কটকাদিবৎ॥"

অৰ্থা- এই জগৎ একমাত্ৰ ব্ৰহ্মপদাৰ্থৰে নানা ৰূপে অলোকিত হৈ মায়া দ্বাৰা কল্পিত হৈছে। একমাত্ৰ সুৱৰ্ণৰপৰা যেনেকৈ কেয়ুৰ-কুণ্ডল আদি নানা ৰকম অলঙ্কাৰ নিৰ্ম্মিত হয়, তেনেকৈ একমাত্ৰ ব্ৰহ্মপদাৰ্থৰপৰা এই পৰিদৃশ্যমান জগতত নানাবিধ বস্তুৰ উৎপত্তি হৈছে। আচাৰ্য্যৰ মত-বিৰোধীলোকে তেওঁৰ ধৰ্ম্মক মায়াবাদী সন্ন্যাসীৰ ধৰ্ম্ম বুলি বিদ্ৰূপ কৰে।

শ্ৰীৰামানুজাচাৰ্য্যই শৈৱসকলৰদৰে তিনটি বিষয় মানি লৈছিল। অৰ্থাৎ চিৎ, অচিৎ আৰু ঈশ্বৰ (বা আত্মা জড় পদাৰ্থ আৰু ঈশ্বৰ)। জীৱ আৰু জড় পদাৰ্থ সম্পুৰ্ণৰূপে ঈশ্বৰৰ অধীন। ঈশ্বৰেই সকলোৰে পৰমাত্মা; তেওঁ জীৱ আৰু জড় জগতৰপৰা পৃথক নহয়। জীৱ আৰু জগতো সত্য; মায়া নহয়। চিৎ আৰু অচিৎ ঈশ্বৰৰ অঙ্গ নিমিত্তেই তিষ্ঠে। ঈশ্বৰৰ স্বাধীনতাত কোন বাধা নাই। কিন্তু জীৱ আৰু জড়জগৎ সম্পুৰ্ণৰূপে ঈশ্বৰৰ অধীন আৰু সেইবাবে ঈশ্বৰৰ তলতীয়া বস্তু

---

* ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈব নাপৰঃ।
ইদমেৱতু সচ্ছাস্ত্ৰমিতি বেদান্ত ডিণ্ডিমঃ॥

(বেদান্ত ডিণ্ডিম)

বা বিশেষণ। এইবোৰ স্বতন্ত্ৰভাৱে থাকিব নোৱাৰে সেই দেখি বিশিষ্ট ঈশ্বৰ নাম। এই ঈশ্বৰ জীৱ আৰু জগত লৈ এটা জটিল সমষ্টি আৰু সেই দেখি বিশিষ্টাদ্বৈত বোলা হৈছে। শ্ৰীৰামানুজাচাৰ্য্যই কৰ্ম্মকাণ্ড মানে।

শ্ৰীশঙ্কৰদেৱে ঈশ্বৰ পূৰ্ণব্ৰহ্ম আৰু সেই পূৰ্ণব্ৰহ্মাতে চৰাচৰ জীৱ আৰু ভূত বৰ্ত্তমান বুলি মানে *; তেওঁ ঈশ্বৰক বিশিষ্টাদ্বৈত বুলি নাভাবে। তেওঁ ঈশ্বৰক স্বামী আৰু জীৱক দাস বুলি মানে। তেওঁ অদ্বৈতা জ্ঞান স্বীকাৰ কৰে। ই শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদৰ অনুৰূপ। কিন্তু ইয়াৰ মূল উপনিষদ আৰু বিশেষকৈ বেদান্তহে † শ্ৰীশঙ্কৰদেৱে কৰ্ম্মকাণ্ড নামানে।

আন এজন ধৰ্ম্ম প্ৰৱৰ্ত্তক কবীৰো অদ্বৈতবাদী। ৰামানুজৰ শিষ্য ৰামানন্দ তেওঁৰ গুৰু আছিল।

শ্ৰীশঙ্কৰদেৱে কীৰ্ত্তনত কবীৰ আৰু ৰত্নাকৰত শ্ৰীশঙ্কৰাচাৰ্য্যৰ নাম উল্লেখ কৰিছে আৰু আচাৰ্য্যক এক কৃষ্ণউপাসক বুলিছে।

মহাভাগৱতেও অদ্বৈত-জ্ঞান সমৰ্থন কৰে, যেনে :—

যত্তৎ কৰ্ম্মময়ং লিঙ্গং ব্ৰহ্মলিঙ্গং জনোঽৰ্চয়েৎ।
একান্তমদ্বয়ং শান্তং তস্মৈ ভগৱতে নমঃ॥ ইতি —

(ভাগ, ৫।২০।৩৩)

অৰ্থাৎ—যোনে প্ৰসিদ্ধ কৰ্ম্মফলৰ চিহ্ন, ব্ৰহ্মচিহ্ন, এক পৰমেশ্বৰেই যাৰ নিষ্ঠা যোনে অদ্বিতীয় আৰু ৰাগদ্বেষ শূন্য, মানুহে যাক ভক্তি ভাৱে অৰ্চনা কৰে—আমি সেই ভগৱন্তক নমস্কাৰ কৰোঁ।

---

* সমস্ত প্ৰাণীক ব্যাপ আছোহোঁ অনন্ত।
বাহিৰে ভিতৰে সমস্ততে ভগৱন্ত॥
যেন ঘটসৱ মাত্ৰ বিচাৰত।
সেহিমতে ব্যাপি আছো এহি ত্ৰিজগত॥
যত পঞ্চভূত জীৱ আছে চৰাচৰ।
মঞি পৰিপূৰ্ণত দেখিয়ো নিৰন্তৰ॥ (কুৰুক্ষেত্ৰ, ২৪৮)

† ছান্দোগ্য উপঃ, ৬।২।১-২ আৰু মাণ্ডুক্যো উপঃ ১৭ দেখা)

"যস্মিন্নিৰুদ্ধগতয়ো হ্যনিশং পতন্তি
বিদ্যাদয়ো বিবিধশক্তয় অনুপূৰ্ব্বাৎ।
তদ্‌ব্ৰহ্ম বিশ্বভৱমেকমনন্তমাদ্য
মানন্দমাত্রমৱিকাৰমহং প্ৰপদ্যে ॥" ( ভাগৱত, ৪।৯।১৬ )

যিসৱৰ গতি পৰস্পৰ বিৰুদ্ধ আৰু যিসৱৰ শক্তি নানাবিধ সেই বিদ্যাদি বিবিধ শক্তি যাৰপৰা উদ্ভূত হৈছে—তেঁৱে ব্ৰহ্ম—তেঁৱে এই বিশ্বৰ উৎপাদক। তেওঁ অদ্বিতীয়, অনাদি, অনন্ত, অৱিকাৰ আৰু আনন্দময়। মই তেওঁত শৰণ লওঁ।

"অহং পয়ো জ্যোতিৰথানিলো নভো
মাত্রাণি দেৱা মন ইন্দ্ৰিয়াণি।
কৰ্ত্তা মহা নিত্যখিলং চৰাচৰং
তয়্যদ্বিতীয়ে ভগৱন্নয়ং ভ্ৰমঃ ॥" ( ভাগৱত, ১০।৫৯।৩০ )

হে ভগৱন! অপুনি অদ্বিতীয়। পৃথিবী, জল, তেজ, বায়ু, আকাশ, মন, ইন্দ্ৰিয় আৰু ইন্দ্ৰিয়ৰ অধিষ্ঠাত্ৰীদেৱতাসকলৰ দ্বাৰা অখিল চৰাচৰ বিঘটিত হয়—আপোনাত এই ভ্ৰম হয়।

"এক এৱাদ্বিতীয়োঽভূদাত্মাধাৰোঽখিলাশ্ৰয়ঃ।
কালেনাত্মানুভাৱেন সাম্যং নীতাসু শক্তিযু।
সত্ত্বাদিষ্বাদিপুৰুষঃ প্ৰধানপুৰুষেশ্বৰঃ ॥" ( ভাগ, ১১।৯।১৭ )

দেৱ নাৰায়ণ পূৰ্ব্বসৃষ্ট এই জগতক কল্পান্ত সময়ত কাল-শক্তিৰে সংহাৰ কৰি আত্মাধাৰ আৰু অখিলাশ্ৰয় স্বৰূপে এক আৰু অদ্বিতীয় হৈ থাকে। আত্মশক্তি কালৰ প্ৰভাৱত শক্তিসকল আৰু সত্ত্বাদি স্ব স্ব কাৰণত লীন হোৱাৰ পিচত শ্ৰীকৃষ্ণ আদিপুৰুষ ব্ৰহ্মা আৰু আন মুক্ত জীৱৰ প্ৰাপ্য হৈ থাকে।

উপনিষদেও এক অদ্বিতীয় ( "একমেৱাদ্বিতীয়ম্" ) ঈশ্বৰক হে নিৰ্দ্দেশ কৰে। যেনে, :—

"সদেৱ সোম্যেদমগ্র আসীদেকমেৱাদ্বিতীয়ম্।
তদ্ধৈক আহুৰসদেৱেদমগ্র আসীদেকমেৱাদ্বিতীয়ং
তস্মাদসতঃ সজ্জায়ত ॥" ( ছান্দোগ্যোপনিষদ, ৬৷২৷১ )

"কুতস্তু খলু সোম্যৈৱং স্যাদিতি হোৱাচ কথমসতঃ সজ্জায়েতেতি।
সত্ত্বেৱ সোম্যেদমগ্র আসীদেকমেৱাদ্বিতীয়ম্॥ ( তথা, ৬৷২৷২ )

অৰ্থাৎ, হে সৌম্য! আদিতে এক অদ্বিতীয় সৎ হে আছিল। এই বিষয়ে কোনোৱে এনেকৈ কয় বোলে আদিতে এই এক অদ্বিতীয় অসৎ হে আছিল। এই অসতৰপৰা সতৰ উৎপত্তি হৈছে। ( ৬৷২৷১ )

কিন্তু, হে সৌম্য! এনে কেনেকৈ হব পাৰে? অসতৰপৰা কেনেকৈ সৎ ওলাব পাৰে? এতেকে হে সৌম্য! আৰম্ভতে এক অদ্বিতীয় সৎ ( ঈশ্বৰ ) হে আছিল। এনেকৈ আৰুণিয়ে কলে। ( ৬৷২৷২ )

এই কথাকে ধৰ্ম্মবীৰ কবীৰে এনেকৈ কৈছে :—

"প্ৰথম এক যো আপে আপ।"

অৰ্থাৎ, প্ৰথমে সেই এক আপোনাতে আপুনি আছিল।

অদ্বৈত জ্ঞান সম্বন্ধে কবীৰে আৰু কয় :—

(১) "কবীৰ সাঁই মেৰে একতু, দুজা আওৰ ন কোই।"

অৰ্থাৎ, একমাত্ৰ কবীৰৰ স্বামী হে আছে; দ্বিতীয় আৰু কোনো নাই।

(২) হমতো একহি কৰ জানো
দোয় কহৈ তেঁহিকো দুবিধা হৈ।"

অৰ্থাৎ, মই হলে জানো কেৱল একৰ হে সত্তা আছে। যোনে দুই আছে বোলে তাৰ দ্বিধা আছে।

(৩ "কবীৰ যো এক ন জানিয়া, তো সৱহি জান অজান, যো ওহি একহি জানিয়া, তো সব অজান সুজান।"

অৰ্থাৎ, যোনে সেই একতত্ত্ব নজানে, সি যি কিছু জানে সি নজনাৰ সেই অদ্বৈত তত্ত্ব জানে, তাৰ সকলো জনা হৈছে। অন্তৰ্গত। আৰু যোনে

(৪) "এক আপ সব মাহী,
দুজা ভৰম হৈ কুত্ৰিম, জ্যো দৰ্পণমে ছাহী
জল তৰঙ্গ জিমি জলতে উপজৈ, ফিৰ জল
মাহি ৰহাঈ।"

অৰ্থাৎ, এক আত্মা সকলোৰে ভিতৰত আছে। কিন্তু ভ্ৰমত দুটা বুলি কৃত্ৰিম বোধ হয়। যেনেকৈ বহুত আৰ্চিত একৰে বহুত প্ৰতিবিম্ব দেখা যায় তেনেকৈ একে আত্মাকে আধাৰ ভেদত বহুত বুলি ভ্ৰম হয়। যেনেকৈ জল-তৰঙ্গ পানীতে উপজে আকৌ পানীতে মিলি যায়।

(৫) "যিন্‌হ দিল বান্ধা এক সোঁ, তিন্‌হ সুখ পায়া নিত।"
অৰ্থাৎ, যাৰ মন একতত্ত্বত বন্ধা আছে, তেৱেঁ নিত্য সুখ পায়।
মহাপুৰুষ মাধৱদেৱেও ভেদ-শ্ৰুতি আৰু দ্বৈত-ভয় সমন্ধে কৈছে ঃ

"কহো অজ্ঞানৰ যেন কাৰণ সাক্ষাৎ।
যেখনে বিমুখ ভৈল কৃষ্ণৰ সেৱাত॥
তেখনে কৃষ্ণৰ মায়া পাইলেক জীৱক।
মহা মোহ হৈয়া পাসৰিলে স্বৰূপক॥
ভৈল বিপৰ্য্যয় অহংবুদ্ধি শৰীৰত।
পাইলা আসি ভেদভয় ভ্ৰান্তি নানামত॥"

( ৰত্নাৱলী, ১৮৯৯০ )

আৰু, "এহি ভক্তি হেতু হৈবে জ্ঞানৰ উদয়।
ইহাত কিঞ্চিত আৰ নাহিকে সংশয়॥
ইহাৰ যুগুতি কহোঁ শুনা কৰ্ণপাতি।
যাহাৰ মায়াত দ্বৈত-ভয় ভৈলা আতি॥
কৰোক ভকতি তাস্তে পশিয়া শৰণ।
এতেকে হৈবেক দ্বৈত-ভয় নিৰৰ্ত্তন॥"

( ৰত্নাৱলী, ১৮৫-৮৭ )

উপনিষদৰ শাণ্ডিল্য বিদ্যাত কৈছে :—

"সর্বং খল্বিদং ব্রহ্ম তজ্জলানিতি শান্ত উপাসীত।"

( ছান্দ, ৩।১৪।১ )

অৰ্থাৎ, এই চৰাচৰ জগৎ নিশ্চয় ব্ৰহ্ম হে। এই জগৎ তেওঁৰপৰা উৎপত্তি হৈছে, তেওঁতে লীন হয় আৰু তেওঁৰপৰা চেষ্টা কৰে। এতেকে শান্ত অৰ্থাৎ ৰাগ-দ্বেষ-শূণ্য হৈ তেওঁকে উপাসনা কৰা।

মাধৱদেৱ পুৰুষেও ইয়াকে ইঙ্গিত কৰিছে :—

"সৃষ্টি-স্থিতি-অন্তকাৰী দেৱ, তাস্ত বিনে আন নাহি কেৱ,
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ ॥

( নামঘোষা, ৫৮৬ )

উপনিষদত আৰু পোৱা যায় :—

"অদৃষ্টমব্যৱহাৰ্য্যমগ্ৰাহ্যমলক্ষণমচিন্ত্যমব্যপদেশ্যমেকাত্ম প্ৰত্যয়সাৰং প্ৰপঞ্চোপশমং শান্তং শিৱমদ্বৈতং চতুৰ্থং মন্যন্তে স আত্মা সঃ বিজ্ঞেয়ঃ ॥"

( মাণ্ডুকোপনিষদ, ৭ )

অৰ্থাৎ প্ৰত্যক্ষ, অব্যৱহাৰ্য্য, অগ্ৰাহ্য, অলক্ষণ, অচিন্ত্য, অব্যপদেশ্য, একাত্মপ্ৰত্যয়সাৰ ( অৰ্থাৎ চাৰিভাগ কল্পিত হলেও সকলো অৱস্থাতে অব্যভিচাৰী এক আত্মা ) প্ৰপঞ্চোপশম অৰ্থাৎ প্ৰপঞ্চৰ শান্তি ৰশ্মি ) শান্ত ( নিৰুপদ্ৰব ) শিৱ ( কল্যাণ স্বৰূপ ), অদ্বৈত ( দ্বিতীয় ৰহিত ; এনে ( তেওঁৰ ) চতুৰ্থ পাদ ( অৱস্থা ) বুলি পণ্ডিতসকলে মানে। সেয়ে আত্মা ( সকলোৰে স্বামী ) ; তেওঁ জানিবৰ যোগ্য।

[ ৩, ৪ আৰু ৬ দফা ]—মহাপুৰুষ মাধৱদেৱেও তেনে উক্তি কৰিছে। ( ৰত্নাৱলীৰ, ৭৯২-৯৬ পদ দেখা )

[ ২৮ পৃঃ ] জন্মান্তৰ—জ্ঞান, কৰ্ম্ম আদি সকলোৱে সত্ব, ৰজ, তমো এই তিনিগুণৰ সম্বন্ধী। জীৱে নিজ কৰ্ম্মৰ ফল স্বৰূপে প্ৰতি গুণৰ উপযোগী নানাবিধ শৰীৰ ধাৰণ কৰি সংসাৰ-চক্ৰত ঘূৰি ফুৰে। নিজ নিজ কৰ্ম্মৰ ফল ভোগ কৰোঁতে দেৱ, মানৱ আৰু তিৰ্য্যক জাতিৰ

নানা যোনিত এবিধ শৰীৰৰপৰা গৈ আন এবিধ শৰীৰ ধাৰণ কৰি জন্মে আৰু এইদৰে ব্ৰহ্ম-চক্ৰত নানা দুখ ভুঞ্জে। যেনে,—

"গুণান্বয়ো যঃ ফলকৰ্ম্মকৰ্ত্তা
কৃতস্য তস্যৈৱ স চোপভোক্তা।
স ৱিশ্বৰূপস্ত্ৰিগুণাস্ত্ৰিৱৰ্ত্মা
প্ৰাণাধিপঃ সংচৰতি স্বকৰ্ম্মভিঃ ॥ ( শ্বেতঃ উঃ, ৫।৭ )

[ ৩৩ পৃঃ ] **মন, বুদ্ধি, অহঙ্কাৰ**—মহাপুৰুষ মাধৱদেৱৰ নামঘোষাতো ইয়াৰ আলোচনা আছে। যেনে,—

"হে মন তোৰ কাম সঙ্কল্প বিকল্প ধৰ্ম্ম
তেজি মিছা কামনা সকল।
সদায় সঙ্কল্প মাত্ৰ কৰিয়ো সুহৃদ মন
কৃষ্ণনাম পৰম মঙ্গল ॥"—১২।

"শুনিয়োক বুদ্ধি তোৰ কেৱল নিশ্চয় ধৰ্ম্ম
তেজি সৱে বিনাশী বিষয়।
সদা শুদ্ধ সুমঙ্গল অক্ষয় কৃষ্ণৰ নাম
তাকে মাত্ৰ কৰিয়ো নিশ্চয় ॥"—৯৪।

"শুন হেৰ অহঙ্কাৰ নিচিন্ত আপোন মাৰ
মিছা অহম্মমক তেজিয়ো।
পৰম ঈশ্বৰ কৃষ্ণ হুয়োক তাহান দাস
সাধুসঙ্গে কৃষ্ণক ভজিয়ো ॥"—৯৫।

[ ৩৬পৃঃ ] **পুৰুষ-প্ৰকৃতি**—প্ৰলয় কালত এই ভূতসকল ঈশ্বৰৰ শক্তি-ৰূপিণী ত্ৰিগুণাত্মিক প্ৰকৃতিত বিলীন হয়। আকৌ সৃষ্টি-কালত ঈশ্বৰে সিসৱক উৎপাদন কৰে *। ঈশ্বৰ অধ্যক্ষ থকাৰ কাৰণে প্ৰকৃতিয়ে এই চৰাচৰ জগত প্ৰসৱ কৰে আৰু তেওঁৰ অধিষ্ঠানৰ কাৰণেই এই জগত নানাৰূপে বাৰে বাৰে উৎপন্ন হয় †।

* গীতা, ৯।৭।
† গীতা, ৯।১০

সাংখ্যমতে—সেই একমাত্ৰ অভিন্ন সত্যৰূপ ব্ৰহ্ম মন আৰু বুদ্ধিৰ অগোচৰভাৱে মায়া আৰু প্ৰকাশৰূপে দুবিধ হয়। এবিধৰ নাম প্ৰকৃতি : ই উভয়াত্মিকা। আনবিধৰ নাম পুৰুষ; সি জ্ঞান। পৰম ব্ৰহ্মই ক্ষোভিত কৰিলে পুৰুষৰ অনুমতিত প্ৰকৃতিৰ তিনি গুণ হয়—সত্ব, ৰজ, তম। এই গুণ লৈয়েই প্ৰকৃতিয়ে ঈশ্বৰেচ্ছাত সৃষ্টি কৰে *।

ব্ৰহ্মাকে আদি কৰি শৰীৰধাৰী সকলোৱে নাকবিন্ধোৱা বলদৰ দৰে যাৰ জৰীৰ বান্ধনত বশ হয়, যোনে পুৰুষ-প্ৰকৃতিতো পৰ, সি জনাই কাল, সেই পুৰুষোত্তমেহে জীৱৰ মঙ্গল বিধান কৰিব পাৰে। যোনে সৃষ্টি-স্থিতি-লয়ৰ কাৰণ তেৱেঁই পুৰুষ-প্ৰকৃতি আৰু মহত্তত্ত্বৰো নিয়ন্তা †।

মহাপুৰুষ মাধৱদেৱেও গাইছে :—

"প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥

(নামঘোষা, ৪০৫)

[৩৮পৃঃ] মায়া—যিহে সঁচাক মিছা আৰু মিছাক সঁচা যেন দেখুৱায় সেয়ে ভগৱন্তৰ মায়া ‡। সেই মায়েশ্বৰে নানা ৰকম ৰূপ কৰিবলৈ ইচ্ছা কৰি আত্মমায়া দ্বাৰা প্ৰাপ্ত অদৃষ্ট, কৰ্ম্ম আৰু প্ৰকৃতিক আশ্ৰয় কৰিছিল; তেওঁ কালত অধিষ্ঠিত হোৱাৰপৰা সেই কালৰপৰা গুণৰ বিভাগ অৰ্থাৎ গুণ তিনিটাৰ স্বভাৱ দূৰ হয়। তাৰ পৰাই সৃষ্টিৰ সূত্ৰপাত হয় §। দ্ৰষ্টাৰূপ পৰমেশ্বৰৰ সংদ্ৰষ্টু (অৰ্থাৎ দৃশ্যানুৰূপসন্ধান-কাৰী) শক্তি সদসদ-আত্মিকা অৰ্থাৎ কাৰ্য্যকাৰণৰূপা—সেয়ে মায়া। ভগৱন্তে সেই মায়াৰ দ্বাৰাই বিশ্ব সৃষ্টি কৰিছে **। এই মায়া ত্ৰিগুণময়ী আৰু দুৰতিক্ৰম্যা। তাৰ তৰণৰ একমাত্ৰ উপায় ঈশ্বৰত শৰণ আৰু ভজন।

---

* ভাগৱত, ১১।২৪।৩-৬।
† ভাগৱত, ১১।৬।১৪-১৫।
‡ ভাগৱত, ২।৯।৩৩।
§ ভাগৱত, ২।৫।২১-২২।
** ভাগৱত, ৩।৫।২৫-২৬।

যেনে,—

"দৈৱী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।
মামেৱ যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে ॥"

( গীতা, ৭।১৪ )

ভগৱন্তৰ মায়া জানিব পাৰিলেই জীৱ সাক্ষাৎ ভগৱৎ-পদ প্ৰাপ্ত হয় * ।

আকৌ বিমুক্ত স্বৰূপ পৰমেশ্বৰৰ অবিদ্যা আৰু বন্ধন লৈ যি তৰ্ক বিৰোধ এয়ে ভগৱানৰ সেই মায়া † ।

**প্ৰকৃতিয়ে মায়া ঃ—**

"মায়াস্তু প্ৰকৃতিং বিদ্যান্মায়িনন্তু মহেশ্বৰম।
তস্যাৱয়ৱভূতৈস্তু ব্যাপ্তং সৰ্বমিদং জগৎ ॥"

( শ্বেতাশ্বতৰোপনিষদ, ৪।১০ )

প্ৰকৃতিৰ নাম মায়া। এই প্ৰকৃতিক সৃষ্টি-স্থিতি-প্ৰলয় কালত নিজ অধিকাৰত ৰাখোঁতা মায়াৰ স্বামী ঈশ্বৰক মায়ী বোলে। এই মায়ী ( ঈশ্বৰ ) যেই স্থূল-সূক্ষ্ম অৱয়ৱেৰে সকলো চৰাচৰ জগত ব্যাপ্ত হৈ আছে।

১০ দফা—উপনিষদত আছে ঃ—

"আত্মামায়ী সৃজতে বিশ্বমেতত্তস্মিংশ্চান্যো মায়য়া সন্নিৰুদ্ধঃ ॥"

( শ্বেতাশ্বতৰোপনিষদ, ৪।৯ )

অৰ্থাৎ,—এই প্ৰয়োজন হেতু মায়া নামক প্ৰকৃতিৰ স্বামী ( বা প্ৰকৃতিক সদাই নিজ অধীনত ৰখা ঈশ্বৰ ) এই সকলো জগত ৰচনা কৰে। জগত ৰচনাৰ পিচত শুভকৰ্ম্মৰ দ্বাৰা যুক্ত হোৱাৰ কাৰণে জগত ৰচিত হলেও কৰ্ম্মজগতৰ ভোগৰ লালচাত অনেক জীৱ অবিদ্যাগ্ৰস্ত হৈ শুভ কৰ্ম্মৰ সেৱনৰপৰা বিৰত হয়, ৰাগাদিত বদ্ধ হয়।

---

* ভাগৱত, ১।২।৩১।

† "সেয়ং ভগৱতো মায়া যন্নয়েন বিৰুধ্যতে।
ঈশ্বৰস্য বিমুক্তস্য কাৰ্পণ্যমুত বন্ধনম্ ॥" (ভাগৱত, ৩।৭।৯ )

[ ২১ পৃঃ ] **কাল**—গুণবোৰৰ মহত্তত্ত্বাদি-ৰূপ পৰিণামত যি ব্যক্ত হয় সেয়ে কাল। এই কাল আদি-অন্ত-শূণ্য। পৰম পুৰুষ ভগৱন্তই লীলাকৈ এই কালকে নিমিত্ত কৰি নিজ উপাদানেৰে ব্ৰহ্মাণ্ড সৃজন কৰে। এই বিশ্ব ভগৱান বিষ্ণুৰ মায়াতে সংস্থিত থাকি ব্ৰহ্ম-তন্মাত্ৰ হৈছিল। পিচত পৰমেশ্বৰে অব্যক্ত কালক নিমিত্ত কৰি তাকে আকৌ পৰিচ্ছিন্ন মূৰ্ত্তিৰূপে ব্যক্ত কৰিছে। এই বিশ্ব এতিয়া যি আগেও সেয়ে আছিল; আগলৈকো সেয়ে থাকিব *। নিমেষ, ক্ষণ আদিৰে কালৰ অনুমান কৰা হয়।

আত্মস্বৰূপ ভগৱন্তৰপৰা যি জন-সমুদ্ৰৰ বৈষম্য হয় সেয়ে মহৎ ( মহত্তত্ত্ব ) †।

উপনিষদত ভগৱন্তক কালাকাল ( কালৰো অধিকাৰী ) বোলা হৈছে ; যেনে—

"যেনাবৃতং নিত্যমিদং হি সৰ্বজ্ঞঃ কালাকালো গুণী সৰ্ববিদ্যঃ।"

( শ্বেতাশ্বতৰোপনিষদ' ৬।২ )

মাধৱদেৱ পুৰুষেও ঈশ্বৰক "কালমায়াদিৰো অধিকাৰী" বুলিছে।

( নামঘোষা, ৫৮৬ )।

[ ৪৫ পৃঃ ] **মোক্ষ**—গীতাত মোক্ষৰ অপৰ নাম "ব্ৰহ্মনিৰ্ব্বাণ" ( গীতা, ৫।২৪-২৮ আৰু ৬।১৫ )। ইয়াৰ অৰ্থ জনম-মৰণ বা কৰ্ম্ম-বন্ধৰ পৰা নিষ্কৃতি। মোক্ষ শব্দই সাধাৰণতে মুক্তিক বুজায় ( বাণীৰ ১২ আৰু ১৫ দফা দেখা )। মহাপুৰুষ মাধৱদেৱৰ শাস্ত্ৰতো এনে দেখা যায়, যেনে,—

"যেহেন শৰ্কৰা খণ্ড ভুঞ্জে যিটো জনে।
তাৰ যেনমত স্বাদ সি সি মাত্ৰ জানে॥
সেহিমতে মোক্ষৰ মুকুতি হৰিদেৱ।
তাতেসে বেকত হন্ত যিটো কৰে সেৱ॥

---

* ভাগৱত, ৩।৪।১৩২।

† "আদ্যস্তু মহতঃ সৰ্গো গুণবৈষম্যমাত্মনঃ॥"
ভাগৱত, ৩।১০।১৪।

এতেকে ভকতি শ্ৰেষ্ঠ মুকুতিত কৰি।
নাহি আন সুখ আৰ ভকতিৰ সৰি॥"

( ৰত্নাৱলী, ৫৩-৫৪ )

আকৌ, এতেকে পৰম সুখে পাইবেক মুকুতি।
আনমতে নাহি মোক্ষ কহিলো যুগুতি॥"

( ৰত্নাবলী, ৫০৩ )

[ ৪৭ পৃঃ ] **মুক্তি**—মুক্তিৰ পৰ্য্যায়ঃ—কৈৱল্য, নিৰ্ব্বাণ, শ্ৰেয়, নিঃশ্ৰেয়স, অমৃত, মোক্ষ আৰু অপৱৰ্গ

মুক্তিৰ সংজ্ঞা ঃ—ভাগৱতত এই সংজ্ঞা দিছে ঃ—

"মুক্তিৰ্হিত্বান্যথাৰূপং স্বৰূপেণ ব্যৱস্থিতিঃ॥"

( ভাগৱত ২।১০।৬ )

অৰ্থাৎ আত্মাই অন্যথা পৰিত্যাগ কৰি যি নিজ স্বৰূপত অৱস্থিতি কৰে তাৰে নাম মুক্তি। এতেকে মুক্তি জীৱন এবিধ অৱস্থা। ই পাচবিধ যেনে,----

"সালোক্যসাৰ্ষ্টি সামীপ্যসাৰূপ্যৈকত্বমপ্যুত।
দীয়মানং ন গৃহ্নন্তি বিনা মৎসেৱনং জনাঃ॥"

( ভাগৱত, ৩।২৯।১৩। )

অৰ্থাৎ, একান্ত ভকতসৱক সালোক্য, সাৰ্ষ্টি, সামীপ্য, সাৰূপ্য আৰু একত্ব—এইবোৰ মুক্তি দিলেও তেওঁলোকে গ্ৰহণ নকৰে। তেওঁলোকে সেৱা ভিন্ন আন একো নিবিচাৰে॥

ৰামানন্দ দ্বিজ ৰচিত চৰিত্ৰত মুক্তিবোৰৰ এই অৰ্থ দিছে। যেনে—

"হৰি সমন্বিতে, একে লগে বঞ্চে, তাহাকে বোলে সালোক্য॥
সাৰ্ষ্টি মুকুতিৰ সমান ঐশ্বৰ্য্য, সমৰূপ সাৰূপ্যৰ।
হৰিৰ নিকটে, জানিবাহা থান, সামীপ্য মুক্তি লোকৰ॥
একত্ব মুকুতি, তাহাকে বোলয়, ব্ৰহ্মাতে যি যাই লয়।
অৱতাৰ শক্তি, যাহাত বিষয়, সাজুয্যৰ চিহ্ন হয়॥"

( ৰামা, ১১২৭ )

পৰমেশ্বৰৰ লগত পৰম আনন্দৰ থান বৈকুণ্ঠত থকা অৱস্থাৰ নাম সালোক্য মুক্তি। ভগৱন্তৰ সমান ঐশ্বৰ্য্য লাভৰ অৱস্থাই সাষ্টি মুক্তি। বিষ্ণুৰ সমান ৰূপ ( শ্যাম বৰ্ণ, হাতত শঙ্খ, চক্ৰ, গদা, পদ্ম আদিৰে ৰূপ ) পোৱা অৱস্থাৰ নাম সাৰূপ্য মুক্তি বৈকুণ্ঠত নাৰায়ণৰ ওচৰত থকাৰ অধিকাৰ পোৱাহ সালোক্য মুক্তি। ভগৱন্তত লয় হৈ যোৱা অৱস্থাৰ নাম একত্ব মুক্তি। সাযুজ্য মুক্তিতো জীৱ বিষ্ণুত লীন হয়; কিন্তু একত্ব আৰু সাযুজ্য মুক্তি পৰস্পৰ একে নহয়।-সাযুজ্য মুক্তিৰ আন এটি নাম লীন মুক্তি। ভক্ত প্ৰহ্লাদ আৰু উদ্ধৱে লীন মুক্তি পাইছিল।

মুক্তিবিলাকক সাধাৰণতে দুই ভাগত বিভাগ কৰা হৱ,—

(১) জীৱন্মুক্তি আৰু (২) পৰম বা বৈকুণ্ঠৰ মুক্তি।

(১) এই জন্মতে মুক্তি লাভ হলে তাক জীৱন্মুক্তি বোলে। নাৰদ, সনক, সনাতন আদি ঋষিসকলৰ জীৱন্মুক্তি লাভ হৈছিল। (২) মৰণৰ পিছত বৈকুণ্ঠলাভ হোৱাকে পৰম মুক্তি বোলে। এই বিধৰ মুক্ত জীৱসকল বিষ্ণুৰ থানত বাস কৰে, বিষ্ণুৰ সমান ঐশ্বৰ্য্য পায়, বিষ্ণুৰ ৰূপ ধৰে আৰু বিষ্ণুৰ ওচৰত থাকে বা বিষ্ণুত লয় হয়। শাস্ত্ৰত কৈছে ঃ—

বৈকুণ্ঠ "ব্ৰহ্মাণ্ডৰ বাজ সিটো কৃষ্ণৰ নগৰ।
কদাচিতো নোহে নাশ জানা মুনিবৰ॥
প্ৰপঞ্চৰ ভিতৰ নুহিকে সিটো থান।
ভকতৰ নিমিত্তে কৃষ্ণে কৰিছা নিৰ্ম্মাণ॥
জ্ঞান-কৰ্ম্ম যোগ-যাগ তপস্যা আচৰে।
কদাচিতো বৈকুণ্ঠক নযায় সিটো নৰে॥"

( ভাগ, দ্বিতীয়, ৮১—৮২ )

আকৌ, "বৈকুণ্ঠ নগৰ যেন শুনা পৰীক্ষিত।
যাত কৰি শ্ৰেষ্ঠ লোক নাহি কদাচিত॥
নাহি তাত কাম ক্ৰোধ লোভ মোহ ভয়।
আত্ম-জ্ঞানী হুয়া সৱে স্তুতিসে কৰয়॥

কালৰ বিক্ৰম সুকৃতিৰ গুণচয়।
বৈকুণ্ঠপুৰত কদাচিতো নাহিকয় ॥
সৰ্ব্বক্ষণে অখণ্ড আনন্দ জয় জয়।
কেৱল ভকত তাতে নিবাস কৰয় ॥"

( ভাগ, দ্বিতীয়, ১৯৮-১৯৯ )

আৰু, "অতি আনন্দিত বিষ্ণুৰ স্থানে।
সৱে চতুৰ্ভুজ পুৰুষ মানে ॥
যতেক ৰমণী লক্ষ্মী প্ৰত্যেক ॥"

( কীৰ্ত্তন, ২১৯-২২০ )

কেৱল গলত কৌস্তুভ মণি নাথাকে।
মহাপুৰুষ মাধৱদেৱে এই বিভাগ সম্বন্ধে কয়ঃ—
শুনিয়োক কহোঁ এবে কৰিয়া যুগুতি।
জীৱন মুকুতি আৰু পৰম মুকুতি ॥
এই দুই ফল মহা মুকুতি প্ৰধান।
অন্য ফলান্তৰ যেন কহোঁ বিদ্যমান ॥
কৃষ্ণৰ শ্ৰীমন্ত কথামৃত যিটো জন।
কৰে ঘৰে বসি সুখে শ্ৰৱণ-কীৰ্ত্তন ॥
অনুবৃত্তি চিন্তি যিটো ভকতি বঢ়াৱে।
দুৰ্ল্লভ বৈকুণ্ঠ সিটো সুখে গৈয়া পাৱে ॥"

( ৰত্নাৱলী, ৪৭৪-৪৭৫ )

সাযুজ্য বা লীন মুক্তি ভক্তসকলে বাঞ্ছা নকৰে। তাৰ কাৰণ এই যে ব্ৰহ্মত লয় হোৱাৰ নিমিত্তে অস্থায়ী হলেও জীৱৰ নিজা কোনো অস্তিত্ব নাথাকে আৰু মুক্তিৰ প্ৰধান উপাদান অৰ্থাৎ আনন্দ জীৱে উপভোগ কৰিব নোৱাৰে।

মুক্তিৰ প্ৰধান অঙ্গ চাৰিটা,—(১) পৰমেশ্বৰৰ সাক্ষাৎকাৰ, (২) পৰম আনন্দ, (৩) মায়া-তৰণ আৰু (৪) দুখ বা পুনৰ্জন্ম নিবৃত্তি।

(১) সালোক্য, সাষ্টি, সাৰূপ্য আৰু সামীপ্য মুক্তিত মুক্ত জীৱৰ বিষ্ণু দৰ্শন ঘটে। ইয়াৰ সমান মহাভাগ্য আৰু একো নাই। পাতালত বলিৰ জীৱন্ততে এই মহাভাগ্য—ভগৱৎ দৰ্শন লাভ হৈছিল। পৰম আনন্দ মুক্তিৰ এটি প্ৰধান অঙ্গ।

উপনিষদত কৈছে :—

"ৰসো বৈ সঃ। ৰসং হ্যেৱায়ং লব্ধ্বানন্দী ভৱতি কো হ্যেৱান্যাৎ কঃ প্ৰাণ্যাৎ॥" তৈত্তিৰীয়োপনিষদ, ব্ৰহ্মানন্দ, ৭ম বল্লী )।

অৰ্থাৎ, যোনে পূৰ্ণস্বৰূপ ব্ৰহ্ম; তেঁৱে তৃপ্তিৰ মূল ৰস দিওঁতা। জীৱাত্মাই এই ৰকম ৰস পাই আনন্দমুক্ত হয়, যি ৰস আন কোনো কৰ্ম্মৰ পৰা পোৱা নাযায়। এই আনন্দই মুক্তিৰ পৰম লাভ।

(৩) **মায়া তৰণ**—ৰত্নাকৰত আছে :—

"সাধু সঙ্গ লৈয়া যিটো কৰয় ভকতি।
মাধৱৰ অনুগ্ৰহ হোৱে তাক প্ৰতি॥
জ্ঞান বিৰকতি আসি উপজয় তাৰ।
মায়াময় সংসাৰৰ সুখে হোৱে পাৰ॥ ( ১০৩৭ )

আকৌ ভাগৱতত পোৱা যায় :—

"এবং প্ৰসন্নো-মনসো ভগৱদ্ভক্তিযোগতঃ।
ভগৱত্তত্ত্বৱিজ্ঞানং মুক্তসঙ্গস্য জায়তে॥
ভিদ্যতে হৃদয়গ্ৰন্থিশ্চিদ্যন্তে সৰ্ব্বসংশয়াঃ।
ক্ষীয়ন্তে চাস্য কৰ্ম্মাণি দৃষ্ট এবাত্মনীশ্বৰে॥"

( ভাগৱত, ১৷২৷২০-২১ )

অৰ্থাৎ, ভগৱদ্ভক্তিৰ যোগত মন এনেকৈ প্ৰসন্ন হলে মানুহ সংসাৰ-পাশৰপৰা মুক্ত হয়। তেতিয়া তাৰ তত্ত্বজ্ঞান জন্মে আৰু তাৰ পিচতেই আত্মাৰ লগত সাক্ষাৎকাৰ হয়। তেতিয়া তাৰ অহংজ্ঞান নষ্ট হয়, সকলো সংশয় দূৰ হয়। আৰু কৰ্ম্মবন্ধ ছিগি যায়। মায়াৰ প্ৰভাৱ তেতিয়া থাকিব নোৱাৰে। ই এটা পৰম লাভ।

এই বিষয়ে মুণ্ডকোপনিষদ, ২।২।৮ মন্ত্ৰ দেখা ঃ—

ভিদ্যতে হৃদয় গ্ৰন্থিশ্চিদ্যন্তে সৰ্ব্বসংশয়াঃ।
ক্ষীয়ন্তে চাস্য কৰ্ম্মাণি তস্মিন্ দৃষ্টে পৰাৱৰে ॥

(৪ মুক্তিৰ "চতুৰ্থ অঙ্গৰ দুখ বা পুনৰ্জ্জন্ম নিবৃত্তি"। বেদান্ত সূত্ৰই কয়—"অনাবৃত্তি শব্দাৎ"—অৰ্থাৎ জীৱে আকৌ ঘূৰি আহিব নলগা অবস্থা। ছান্দোগ্য উপনিষদেও কয়—"ন সঃ পুনৰাৱৰ্ত্ততে (৮।১৫।১)।"—অৰ্থাৎ সি আৰু ফিৰি নাহে। গীতাইও তাকে কয় ঃ—

"ন তদ্ভাসয়তে সূৰ্য্যো ন শশাঙ্কো ন পাৱকঃ।
যদ্গত্বা ন নিৱৰ্ত্তন্তে তদ্ধাম পৰমং মম ॥ (গীতা, ১৫।৬)।

অৰ্থাৎ, যি পদ পালে তত্ত্বজ্ঞ পুৰুষসকলৰ পুনৰাবৃত্তি নহয় স্বপ্ৰকাশ সেয়ে মোৰ (ঈশ্বৰৰ) স্বৰূপভূত পৰম উৎকৃষ্ট পদ। এইদৰে কেৱল জীৱাত্মাৰ নহয় নশ্বৰ দেহৰো পুনঃ পুনঃ জনম-মৰণৰ অন্ত পৰে অৰ্থাৎ দুখৰ নিবৃত্তি হয়।

শ্ৰীমাধৱদেৱে গাইছে ঃ---

"তেজিয়ে সয়ল মনোৰথ আৱৰি
হৰি পদে প্ৰেম মিলায়ো।
ছুনু পুনু আৱা সমন এড়ায়ো
মায়া ভৰম বাহুড়ায়ো ॥"— (বৰগীত ৭৭)।

[৮।১০ দফা] ৰত্নাকৰ, কীৰ্ত্তন আদি শাস্ত্ৰত মহাপুৰুষে মুক্তিত কৈ ভক্তিক গৰিষ্ঠ বুলিছে। ওপৰত উল্লেখ কৰা মুক্তিৰ বিভাগ বিষয়ক ভাগৱতৰ শ্লোকত কৈছে যে ভগবদ্ভক্তসকলে সালোক্যাদি মুক্তি পালেও গ্ৰহণ নকৰে, তেওঁলোকে সেৱাৰ সুখহে বিচাৰে। মহাপুৰুষ শঙ্কৰদেৱেও তাকে কৈছে ঃ

ভকতি আনন্দ পূৰ্ণ হুয়া একো নবাঞ্চয়
আমাৰ ভকত নিৰন্তৰ।
বৈকুণ্ঠৰ সালোক্যাদি পদচয় যদি দেন্ত
ভক্তি বিনে তাকো নলৱয়।

নবাঞ্ছিবে আন কাম আমাৰ ভকত সবে
কিবা তাত কহিবে লাগয় ॥" ( ৰত্নাকৰ ৪৭-৪৯ )

আকৌ কৈছে ঃ—

মুকুতিত কৰি যেন ভকতি গৰিষ্ঠ অতি
কহো শুনা সাৱধান মনে।
সাযুজ্য মোক্ষকো মোৰ নবাঞ্ছয় কদাচিত
আমাৰ একান্ত ভক্তগণে ॥" ( ৰত্নাকৰ, ৪৭৭ )

মহাপুৰুষ মাধৱদেৱেও ভক্তিক উচ্চস্থান দিছে।
যেনে, যদ্যপি মুকুতি পদ সুখৰূপ হয়।
তথাপি ভকতি শ্ৰেষ্ঠ কহিলোঁ নিশ্চয় ॥
সেৱাৰ আনন্দ সুখ মুকুতিত নাই।
মুকুতিৰ সুখ সুখে ভকতিতে পাই ॥ ( ৰত্নাৱলী ৫২ )

আকৌ, জ্ঞানকৰ্ম্ম যত সমস্ততো কৰি
কহিলোঁ শ্ৰেষ্ঠ ভকতি।
ইদানিকো সবে মোক্ষতো অধিক
দৃঢ়ায়া কহোঁ সম্প্ৰতি।
জীৱন্তে মুকুত ভৈল যিটো অতি
আত্মাত মাত্ৰ ৰময়।
শাস্ত্ৰ বহিৰ্ভুত ভৈল হৃদয়ৰো
দূৰ গৈল গ্ৰন্থিচয় ॥
তাৰা সবো সদা পৰম নিষ্কামে
ভকতি কৰে কৃষ্ণত।
মোক্ষতো অধিক ভকতিৰ সুখ
জানিয়া অতি মনত।
মুকুত সকলো নেৰয় ভকতি
কিনো অতি অদভুত ॥" ( ৰত্নাৱলী, ২৮২-৪)

আনঠাইত, "মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহোঁ ভকতি।" ( নামঘোষা, ১ )

এতেকে জনা যায় ভক্তি মুক্তিতকৈ অধিক বাঞ্ছনীয়

[ ৫৭ পৃঃ ] **সংসাৰ**—পাৰ্থিৱ জীৱনৰ গতি বা চক্ৰৰ নাম সংসাৰ। শৰীৰ, পুত্ৰ, দাৰা, ধন, জন, লৈ যি বিষয় ভোগ সেয়ে সংসাৰ। দৃশ্যমান সংসাৰখন—চেতন আৰু দেখোঁতা ( দষ্টৃস্বৰূপ ) আত্মাৰো নহয়। আৰু দেখাৰ বিষয় ( দৃশ্যৰূপ ) দেহাৰো নহয়। কিন্তু যেতিয়ালৈকে শৰীৰ, ইন্দ্ৰিয় আৰু প্ৰাণৰ সম্বন্ধ থাকে। তেতিয়া সংসাৰ বাস্তৱিকে বস্তু নহলেও অবিবেকীৰ চকুত বস্তু যেন দেখায়। যেনেকৈ স্বপ্নাৱস্থাত অনৰ্থ প্ৰাপ্তি হয়। তেনেই বস্তু নাথাকিলেও বিষয়-ধ্যান-পৰায়ণ এই আত্মাৰ সংসাৰ নিবৃত্তি নহয়। যেনে,—

"যাৱদ্দেহেন্দ্ৰিয়প্ৰাণৈৰাত্মনঃ সংনিকৰ্ষণম্।
সংসাৰঃ ফলৱাংস্তাৱদপাৰ্থেঽপ্যৱিৱেকিনঃ॥
অৰ্থে হ্যৱিদ্যমানেঽপি সংসৃতিৰ্ন নিৱৰ্ত্ততে।
ধ্যায়তো বিষয়ানস্য স্বপ্নেঽনৰ্থাগমো যথা॥"

( ভাগৱত, ১১।২৮।১১-১২ )

[ ১৬ দফা ] তিনিবিধ দুখ অৰ্থাৎ ত্ৰিতাপ বা আধ্যাত্মিক, আধিভৌতিক আৰু আধিদৈৱিক দুখ।

[ ৬২ পৃঃ ] **বিষয়**—ইন্দ্ৰিয়ৰ গ্ৰাহ্য বা ইন্দ্ৰিয়ৰ ভোগৰ বস্তুৰ নাম বিষয়। যেনে,—

৫ নং বৰগীত ( ১৩ দফা ) দেখা।

বিষয়ৰ ব্যুৎপত্তিগত অৰ্থ :—"বিসিনোতি বধ্নাতি যঃ সঃ বিষয়ঃ" যিহে জীৱক বান্ধে সেয়ে বিষয়। গীতাত আছে :—

"ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সংজায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে॥
ক্ৰোধাদ্ভৱতি সংমোহঃ সংমোহাৎ স্মৃতিৱিভ্ৰমঃ।
স্মৃতিভ্ৰংশাদ্বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি॥ ( ২।৬২-৩ )

অৰ্থাৎ বিষয় ধ্যানকাৰী পুৰুষৰ বিষয়ত আসক্তি জন্মে। আসক্তিৰ পৰা কামনা আৰু কামনাৰপৰা ক্ৰোধৰ উৎপত্তি হয়। ক্ৰোধৰপৰা সংমোহ আৰু সংমোহৰ পৰা স্মৃতি বিভ্ৰম জন্মে॥ স্মৃতি-বিভ্ৰমৰ পৰা বুদ্ধি-নাশ হলে মানুহ বিনষ্ট হয়।

[৬৯ পৃঃ] **স্বৰ্গ-সুখ**—বেদবেত্তাসকলে কাম্য যজ্ঞাদি অনুষ্ঠান কৰি স্বৰ্গলৈ যায়। কিন্তু পুণ্য ক্ষয় হলে আকৌ পৃথিবীত আহি জন্ম লয়। এই দৰে বাৰে বাৰে জন্ম-মৃত্যুৰ হাতত পৰে *। বিশিষ্ট কৰ্ম্ম-কৰি স্বৰ্গ পালেও পুণ্যৰ তাৰতম্যত বঢ়া-টুটা সুখ পায়। এতেকে ঈৰ্ষা অসূয়া জন্মে, এনে স্বৰ্গ সুখ নিষ্ফল (ৰত্নাৱলী, ১৩৩)

[৭১ পৃঃ] **বৈকুণ্ঠ** কিন্তু বৈকুণ্ঠৰপৰা ভক্তৰ পতন নহয়। বৈকুণ্ঠৰ বিনাশ নাই। মহাপুৰুষ মাধৱদেৱে কৈছে—

"সিটো শুদ্ধ সত্ত্ব বৈকুণ্ঠ লোকত
মায়াৰ নাহি সঞ্চাৰ॥
পৰম দুৰ্ঘোৰ কাল চক্ৰ মোৰ
পৰক গিলিবে লাগি।
নাহি নিদ্ৰা লেশ নকৰে নিমেষ
সৰ্ব্বদায়ে থাকে জাগি॥
প্ৰিয় আত্মা গুৰু সখা ইষ্টদেৱ
বুলি মোক সৰ্ব্বভাৱে।
ভজে যিটো তাক সিটো কালে আৰ
আক্ষিও মেলি নাচাৱে॥
এতেকে বৈকুণ্ঠ লোকত যতেক
ভকত আছে আমাৰ।
জানা কদাচিতো সুহি ভোগে হীন
কহিলোহোঁ সাৰে সাৰ॥"

(ৰত্নাৱলী, ৬৪-৬৫)

---

* গীতা, ২।১০ দেখা।

আকৌ, "ভকতে যদ্যপি নবাঞ্ছে তথাপি
ভকতিৰ মহাবলে।
বৈকুণ্ঠ লোকত মহা ভোগে যত
ভকতে পাৱে সকলে ॥"

( ৰত্নাৱলী, ৬৩ )

[ ৭২ পৃঃ ] কৰ্ম্ম—কোনেও কৰ্ম্ম, নকৰাকৈ এখন্তেকো থাকিব নোৱাৰে *। কৰ্ম্ম, অকৰ্ম্ম, বিকৰ্ম্মৰ কথা গীতাতো তেনে কৈছে †।

[ ৭৩ পৃঃ ] কৰ্ম্ম যোগ -জীৱন-যাত্ৰা নিৰ্ব্বাহৰ অৰ্থে কৰা পান-ভোজনাদিৰ নাম লৌকিক কৰ্ম্ম। দেৱতাৰ উদ্দেশ্যে কৰা কামৰ নাম দৈৱিক কৰ্ম্ম। ই তিনিবিধ—নিত্য, নৈমিত্তিক আৰু কাম্য ‡। সন্ধ্যা-উপাসনাদি নিত্য-কৰ্ম্ম। জাত-কৰ্ম্মাদি নৈমিত্তিক কৰ্ম্ম। বেদ বিহিত যাগ-যজ্ঞ অগ্নিহোত্ৰাদি ক্ৰিয়াক বৈদিক কৰ্ম্ম ইন্দ্ৰাদিৰ উদ্দেশ্যে যাগ-যজ্ঞ হোম, দানাদি যি অনুষ্ঠিত হয় সেয়ে কৰ্ম্ম বা কৰ্ম্ম-কাণ্ড বোলে। ইয়াত-কৰ্ম্মকাণ্ডৰ কথা হে কোৱা হৈছে। ভক্তি হলে নিত্য-নৈমিত্তিক নকৰিলেও হয় §। একেবাৰে এৰিবও পাৰে। শ্ৰীমাধৱদেৱে কৈছে ঃ—

ভাৰত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী ধৰ্ম্ম কৰে।
কৃষ্ণৰ কথাত ৰতি যাৰে উপজয়।

---

* গীতা ৩।৫ দেখা।

† গীতা, ৪।১৭-১৮ দেখা।

‡ কথিতং ভৱতা বিপ্ৰ নিত্যনৈমিত্তিকঞ্চ যৎ।
নিত্য নৈমিত্তিকং কাম্যং ত্ৰিবিধং কৰ্ম্ম পৌৰুষম্ ॥
ব্ৰহ্মপুৰাণ, ১২১।৪।

§ 'হৰিৰ ভকতি ধৰ্ম্ম জনে আচৰে।
নিত্যং নৈমিত্তিক কতো কৰে কতো এৰে ॥
তথাপিতো ধৰ্ম্ম-ভ্ৰষ্ট নোহে সিটো নৰ।
নকৰিয়ো পাৱে ফল সমস্ত ধৰ্ম্মৰ ॥" ( ৰত্নাৱলী, ১৮২-১৮৩ )

যেৱে ভৈল কৃষ্ণ কথাৰত নিত্য নৈমিত্তিক কৰ্ম্ম আদি যত
কথাৰ বিৰোধী জানিয়া সৱে তেজয় ॥

( নামঘোষা, ২৯৭ )

মানুহৰ মঙ্গলৰ তিনিটি পথ আছে :—কৰ্ম্ম-যোগ, জ্ঞান-যোগ, আৰু ভক্তি-যোগ। কৰ্ম্ম কৰিবলৈ দুখ নাভাবি কৰ্ম্ম-ফলত অবিৰক্ত হোৱা মানুহৰ পক্ষে কৰ্ম্ম কৰ্ম্ম সিদ্ধিদায়ক। কিন্তু কৰ্ম্মই মুক্তি দিব নোৱাৰে। কৰ্ম্ম কৰোঁতে কৰোঁতে ভগৱন্তৰ প্ৰতি শ্ৰদ্ধা হলেও মুক্তিৰ বাটত আগুৱাব পাৰে। ভগৱন্তৰ প্ৰতি নিষ্কাম ভক্তি হলেহে মুক্তি লাভ হয় *।

[ ৮০ পৃঃ ] জ্ঞান-যোগ—ইয়াত মোক্ষৰ বাবে লাভ কৰা বা প্ৰকৃত বা আধ্যাত্মিক জ্ঞানৰ কথা কোৱা হৈছে।

গীতাত পোৱা যায়,—প্ৰজ্বলিত অগ্নিয়ে যেনেকৈ কাষ্ঠৰাশি দগ্ধ কৰে তেনেকৈ জ্ঞানাগ্নিয়ে কৰ্ম্ম-ৰাশি ভস্ম কৰে †। কিন্তু ভক্তি-হীন জ্ঞানে মানৱৰ গতি সাধিব নোৱাৰে। ভক্তিৰ বাবে বৈদিক ক্ৰিয়াৰ আৱশ্যক নাই, জ্ঞানো নালাগে, ধন আৰু দানৰো আৱশ্যক নাই! যেনে,—

"ন ক্ৰিয়া কৃত্যনপেক্ষাজ্ জ্ঞানৱৎ।" ( শাণ্ডিল্য সূত্ৰ, ১।১।৭ )

"ন কৰ্ম্মনা ন প্ৰজ্ঞয়া ধনেন ত্যাগেনৈকেহংমৃতত্বমানাশুৰিত্যাদি শ্ৰুতিভ্যঃ।" ( তৈত্তিৰীয় আৰণ্যক )

আকৌ, যিসকলে ক্ষুদ্ৰপ্ৰধান এবি স্থূল তুহ ভাঙ্গে তেওঁলোকৰ যেনেকৈ তাৰপৰা কোনো ফল নহয়, তেনেকৈ ঈশ্বৰৰ মঙ্গলময় ভক্তি এৰি যিসকলে কেৱল জ্ঞান লাভৰ চেষ্টা কৰে তেওঁলোকৰ ক্লেশেই মাথোন সাৰ হয়। এই পৃথিৱীত অনেকে প্ৰথমে যোগী হৈয়ো জ্ঞান লাভ কৰিব নোৱাৰাত ভগৱন্তৰ প্ৰতি লৌকিক চেষ্টা আৰু নিজ কৰ্ম্ম অৰ্পণ কৰি ঈশ্বৰৰ কথা অবিৰত শুনে। তাতে ভগৱন্তৰ প্ৰতি তেওঁলোকৰ ভক্তিৰ

* ভাগৱত, ১১।২০ আখ্যা দেখা।

† গীতা, ৪।৩৭।

যি উদয় হয়, সেই ভক্তি-যোগেৰে আত্মাক জানিব পাৰি তেওঁলোকে উৎকৃষ্ট গতি লাভ কৰে। এতেকে ভক্তিৰ পৰা জ্ঞানৰ উদয় হয় *।

[৮৩পৃঃ] তীৰ্থ—তীৰ্থ স্নানে বহুত কালৰ মূৰত হে পৱিত্ৰ কৰিব পাৰে। কিন্তু মহন্তক দেখা মাত্ৰে মানুহ পৱিত্ৰ হয়। যেনে,—

"জলময় শিলময় তীৰ্থদেৱ যত ॥
জানিবাহা তাৰাসৱে তীৰ্থদেৱ হয়।
তথাপিতো সাধুসৱে শ্ৰেষ্ঠ অতিশয় ॥
তীৰ্থদেৱে চিৰকালে পৱিত্ৰ কৰয়।
দৰশন মাত্ৰে শুদ্ধ কৰে সাধুচয় ॥"

(ৰত্নাকৰ, ৭৮-৭৯)

মহাপুৰুষ মাধৱদেৱে কয়, তীৰ্থ-স্নানত একো নাই কেৱল তাত সম্মিলিত সাধুসৱক দেখা যায় বুলি তীৰ্থ পৱিত্ৰ স্থান বুলি গণ্য হয়:—

"কৰ্ণে শুনে কৃষ্ণ কথা মুখে বোলে ৰাম।
মন পাদ পদ্ম স্মৰে হস্তে কৰে কাম ॥
কৃষ্ণৰ প্ৰতিমা দেখে চক্ষুৱে ভকতক।
বিষ্ণু বুদ্ধি কৰি শিৰে নমে সমস্তক ॥
নিৰ্ম্মাল্য তুলসীঘ্ৰাণ লোৱে নাসিকায়।
বিষ্ণুৰ নৈবেদ্য মাত্ৰ আস্বাদে জিহ্বায় ॥
পদে বিষ্ণুক্ষেত্ৰ বৈষ্ণৱৰ ঠাইক যায়।
এহিমতে ইন্দ্ৰিয়ৰ বৃত্তি সমুদায় ॥
বিষ্ণুতেসে প্ৰৱৰ্ত্তে অযত্নে যেৱে জানা
মনে একো বিষয়ক নকৰে কামনা ॥
তবে আৰ তাহাৰ মহিমা কৈৱো কিক।
পাইলেক প্ৰসাদ সিটো মোক্ষতো অধিক ॥"

(ৰত্নাৱলী, ৪৯-৫১)

---

* ভাগৱত, ১০।১৪।৪-৪ দেখা।

ধৰ্ম্ম-গুৰু কবীৰে হলে তীৰ্থ আৰু প্ৰতিমাত একো নাই বুলি কয়। যেনে দোহা ঃ—

তীৰথ মে তো সব পানী হৈ, হোয়ে নাহিকুছ অস্নায় দেখা। প্ৰতিমা সকলতো জড় হৈ, বোলে নাহি, বোলায় দেখা।"

অৰ্থাৎ তীৰ্থত কেৱল পানীহে আছে মই স্নান কৰি দেখিছোঁ, তাত একো ফল নাই। প্ৰতিমাবিলাক জড়হে। মই মাতি দেখিছোঁ, সিবিলাকে কোনো কথা নকয়।

[ ৮৬ পৃঃ ] ভক্তি-যোগ—মহাভাগৱতৰ বাহিৰেও মহাভাৰতৰ নাৰায়ণীয় খণ্ড, ভগৱদগীতা আদি শাস্ত্ৰত ভক্তি কথা আছে। ভক্তি-তত্ত্ব আজিৰ নহয়। ইয়াৰ অঙ্কুৰ বেদতো পোৱা যায় বেদত অৰ্চ্চন, বন্দন আদি ক্ৰিয়াৰ অভাৱ নাই। উপনিষদৰ কথাত তেনে। কিন্তু ভক্তি-যোগৰ স্পষ্ট উল্লেখ পোৱা যায়। প্ৰথমে শ্বেতাশ্বতৰোপনিষদত, যেনে,—

"যস্য দেবে পৰাভক্তি যথা দেবে তথা গুৰৌ।
তস্যৈতে কথিত হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ॥"

( শ্বেতাশ্বঃ উঃ, ৬।২৩ )

অৰ্থাৎ যাৰ ঈশ্বৰত পৰম ভক্তি আৰু ঈশ্বৰত যেনে গুৰুতো তেনে শ্ৰদ্ধা ভক্তি তেওঁত হে এই গুহ্যতত্ত্ব কলে তেনে মহাত্মাৰ হৃদয়ত প্ৰকাশিত হয়।

ভক্তি কি? ভজ্‌ধাতু ক্তিন্ প্ৰত্যয় ভাৱে কৰি ভক্তি শব্দ সিদ্ধ হৈছে। তাৰ অৰ্থ ভজনৰ বিষয়। মহাপুৰুষ শঙ্কৰদেৱে তাৰ ক্ৰম এনেকৈ দিছে ঃ—

"মায়া নিবৃত্তিৰ পন্থ যিটো মই হৰি।
প্ৰথমতে শ্ৰদ্ধা মোত মিলে শীঘ্ৰ কৰি॥
অনন্তৰে হোৱে ৰতি ভকতি আমাত।
অনুক্ৰমে হোৱে আসি কহিলো তোমাত॥"

( ৰত্নাকৰ, ৬৫ )

মহাপুৰুষ মাধৱদেৱেও তাকে কৈছে :—

"মোক্ষদাতা মই মোত শীঘ্রে অতিশয়।

অনুক্রমে শ্রদ্ধা ৰতি ভকতি মিলয় ॥" (ৰত্নাৱলী, ২৯৮)

মহাভাগৱততো তেনে—যেনে,

"তজ্জোষণাদাশ্রপবর্গাবর্ত্মনি।

শ্রদ্ধাৰতির্ভক্তিৰনুক্রমিষ্যতি ॥" (ভাগৱত, ৩।২৫।২৯)

ছান্দোগ্য উপনিষদত "শ্রদ্ধা" কি ? তাৰ এটি ব্যাখ্যা দিছে :—

"যদাবৈ শ্রদ্ধাত্যথ মনুতে নাশ্রদ্ধান্মনুতে শ্রদ্ধাদেব মনুতে ॥"

(ছান্দোগ্য উপনিষদ, ৭।২১)

অর্থাৎ যেতিয়া কোনো লোকৰ কোনো বস্তুৰ প্রতি শ্রদ্ধা হয় তেতিয়া তেওঁ সেই বিষয়ে চিন্তা কৰে : শ্রদ্ধা থকা লোকেহে ভাৱে, অশ্রদ্ধাত নাভাবে। শ্রীশঙ্কৰাচার্য্যই এই মন্ত্রৰ ব্যাখ্যা কৰোঁতে ("আস্তিক্য বুদ্ধীতিশ্রদ্ধা।") আস্তিক্য বুদ্ধিকে শ্রদ্ধা বুলিছে।

সাহিত্য দর্পণত আছে :—"ৰতির্ম্মনোনুকূলেঽর্থে মনসা প্রৱণায়িতম্।"

অর্থাৎ ভালপোৱা বস্তুলৈ মনৰ আকর্ষণ বা অনুৰাগেই ৰতি। তাৰ পিচত হে ভক্তি বা প্রেম ভক্তি জন্মে।

আকৌ, ভক্তি-সূত্রত শাণ্ডিল্য ঋষিয়ে—ঈশ্বৰত ঐকান্তিক অনুৰাগ বা ৰতিকে ভক্তি বুলিছে :—

"সা পৰমানুৰক্তিৰীশ্বৰে।" (শাণ্ডিল্য-সূত্র, ১।১।২)

উপনিষদৰ কথাৰ পৰা ভক্তি কি ? জানিব পৰা যায় :—

"নায়মাত্মা প্রৱচনেন লভ্যো ন মেধয়া ন বহুনা শ্রুতেন।

যমেবৈষ বৃণুতে তেন লভ্যস্তস্যৈষ আত্মা বৃণুতে তনুস্যাম্ ॥"

(মুণ্ডকোপনিষদ, ৩।২।৩)

অর্থাৎ এই পৰমেশ্বৰ পঢ়াৰ বা উপদেশ দিয়া শক্তিৰ দ্বাৰা পোৱাৰ যোগ্য নহয়, মেধাৰ দ্বাৰাও নহয়, বহুত শাস্ত্র অধ্যয়ন আৰু শাস্ত্রৰ উপদেশ দ্বাৰাও নহয়। তেন্তে কেনেকৈ পাব পাৰি তাকে কয়—যি মানুহে কায়-বাক্য-কর্ম্মেৰে একচিত্ত হৈ স্তুতি আৰু প্রার্থনা কৰে আৰু সদাই তেওঁৰ

ধ্যান কৰে। আন কিছু শক্তিক নামানে তেনে লোকৰ দ্বাৰা তেওঁক পোৱাৰ যোগ্য। এই পৰমাত্মাই তেনে লোকৰ হৃদয়ত নিজ স্বৰূপ প্ৰকাশিত কৰি দিয়ে। ( কঠোপনিষদৰ ২।২৩ মন্ত্ৰ দেখা। )

ওপৰত তুজনা গুৰুৱে মায়া-নিবৃত্তিৰ যি উপায় ভক্তি বুলি কৈছে সেই কথা ভাগৱত আৰু ভগবদ্গীতাতো পোৱা যায়, যেনে :—

"ভয়ং দ্বিতীয়াভিনিৱেশতঃ স্যা—
দীশাদপেতস্য ৱিপৰ্যয়োঽস্মৃতিঃ।
তন্মায়য়াঽতো বুধ আভজেত্তং
ভক্ত্যৈকয়েশং গুৰুদেৱতাত্মা " (ভাগঃ, ১১।২ ৩৭)

অৰ্থাৎ ভগৱন্তৰ মায়াৰ পৰাহে ভয়ৰ উৎপত্তি হয়. তেওঁৰ মায়াৰ বলতে জীৱৰ স্বৰূপ-জ্ঞান উদয় হব নোৱাৰে. তাৰ পৰাই দেহাক আত্মা বুলি বুদ্ধিৰ বিপৰ্য্যয় ঘটে। সেই দ্বিতীয় অভিনিবেশৰ ( বুদ্ধি বিপৰ্য্যয়ৰ ) পৰা ভয় ওপজে। এতেকে পণ্ডিতে গুৰুক ঈশ্বৰ আৰু আত্ম-স্বৰূপ দৰ্শন কৰি ঐকান্তিক ভক্তিৰে সেই পৰমেশ্বৰত সম্পূৰ্ণ ৰূপে ভজিব।

আকৌ ওপৰত উক্ত :—

দৈৱী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।
মামেৱ যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে॥

( গীতা, ৭।১৪ )

অৰ্থাৎ এই মায়া গুণময়ী আৰু দুৰতিক্ৰমা। তাৰ তৰণৰ একমাত্ৰ উপায় পৰমেশ্বৰত শৰণ আৰু ভজন।

[ ২৬ দফা ] ভক্তি ন বিধ—শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ. অৰ্চ্চন, পদ-সেৱন, দাস্য, সখিত্ব, বন্দন আৰু আত্ম-নিবেদন। তেনে,—

"যদ্যপি ভকতি নৱ বিধ মাধৱৰ।
শ্ৰৱণ-কীৰ্ত্তন তাতে মহা শ্ৰেষ্ঠতৰ॥"

( মহাভাগৱত, প্ৰথম, ৩৮ )

কোনো কোনো লোকে ওপৰোক্ত ন বিধ ভক্তিৰ প্ৰকাৰ নোবোলে,

ভক্তিৰ লক্ষণ হে বোলে। কিয়নো মূল ভাগৱতত "লক্ষণ" শব্দটো বিশেষণ স্বৰূপে ব্যবহৃত হৈছে। যেনে--

"শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চ্চনাং বন্দনং দাস্যং সখ্যামাত্মনিৱেদনম্॥
ইতি পুংসাঽৰ্পিতা বিষ্ণৌ ভক্তিশ্চেন্নৱলক্ষণা।
ক্ৰিয়তে ভগৱত্যদ্ধা তন্মন্যেঽধীতমুত্তমম্॥"

(ভাগৱত, ৭।৫।২৩-২৪)

অৰ্থাৎ, শ্ৰৱণ, কীৰ্ত্তন, পাদ-সেৱন, অৰ্চ্চন, বন্দন, দাস্য, সখ্য আৰু আত্ম-নিবেদন—এই ন লক্ষণাক্ৰান্ত ভক্তি, লোকে যদি ভগৱন্ত বিষ্ণুত সমৰ্পণ কৈ অনুষ্ঠান কৰে, মোৰ বোধেৰে, সেয়ে উত্তম শিক্ষা। ইয়াত "ভক্তিশ্চেন্নৱলক্ষণা"ৰ অৰ্থ ন প্ৰকাৰৰ ভক্তি। মহাপুৰুষ মাধৱদেৱেও ব্যাখ্যা কৰিছে।

"বহুবিধ মাধৱৰ ভকতি আছয়।
তাহাতে প্ৰধান নৱ বিধ অতিশয়॥
প্ৰথমতঃ তাক মই দেখাইবাক প্ৰতি।
কহোঁ প্ৰহ্লাদৰ যেন বচন সম্প্ৰতি॥
শ্ৰৱণ কীৰ্ত্তন পদ-সেৱন স্মৰণ।
অৰ্চ্চন বন্দন দাস্য দেহ-নিবেদন॥
সখিত্ব সহিতে নৱবিধ এহিমান।
ইহাৰ লক্ষণ শুনা যাৰ যেন ঠান॥"

(ৰত্নাবলী, ৪৪৭-৪৪৯)

এই ভক্তিবোৰৰ প্ৰতিবিধৰ লক্ষণ তেৰাই এইদৰে দেখুৱাইছে :—

"অন্যে বা আপুনে গুণ নাম উক্ত কৰে।
তাহাকে শ্ৰৱণ বুলি কৰ্ণে যাক ধৰে।
নিজ মুখে উচ্চাৰিলে বোলয় কীৰ্ত্তন।
মনে ৰাম ৰূপ সুমৰণক স্মৰণ॥

প্ৰতিমা আদিত পৰিচৰ্য্যা সাধাৰণ।
কৰে যিটো বুলি তাক পদ নিষেবন॥
বুলিয় অৰ্চ্চন জল আদিত পূজয়।
তাকে বুলি দাস্য যত মৰ্ম্ম সমৰ্পয়॥
বুলিয় সখিত্ব তান্তে বিশ্বসাদি কৰে।
কৃষ্ণত শৰীৰ সমৰ্পয় যিটো নৰে॥
সিজনৰ লক্ষণ শুনিবো যেনমত।
যেন গবাদিক যিটো বিকিলে পৰত॥
পালন, পোষণ চিন্তা নকৰে সিজনে।
সেহিমতে দেহ অৰ্পি কৃষ্ণৰ চৰণে॥
শৰীৰৰ অৰ্থে চিন্তা এড়য় সমস্ত।
ভকতিৰ এহি নৱ লক্ষণ প্ৰশস্ত॥

( বত্নাৱলী, ৪৪৯-৪৫৩ )

আকৌ "শ্ৰৱণ কীৰ্ত্তন আদি ভক্তি যত যত।
একেকে সমস্তে পাপ হৰিবে শকত॥"

(বত্নাৱলী, ৪৬২)

আকৌ, "শুনা সভাসদ সব যুগুতি বচন।
হৰি ভকতিৰ আদি জানিবা শ্ৰৱণ॥"

( বত্নাৱলী, ৬৬৬ )

আকৌ, দেখাইলো শ্ৰৱণ সুখ মোক্ষতো অধিক।
নোখোজে মুকুতি যিটো শ্ৰৱণ ৰসিক॥
শ্ৰৱণৰ মহা-সুখ মুকুতিত নাই।
মোক্ষ আদি কৰি সুখ শ্ৰৱণতে পাই॥"

( বত্নাৱলী, ৬১৫ ).

আকৌ' "কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্তো হৰি
অতিশয় দূৰ হন্ত তাৰ।
দূৰতে বিদূৰ হন্ত তাৰ॥

অহঙ্কাৰ থাকন্তেয়ো সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ, কীৰ্ত্তন ধৰ্ম্ম যায় ॥"

( নামঘোষা, ৬ )

আকৌ, "সংসাৰত যত ধৰ্ম্ম আছে শ্ৰেষ্ঠতৰ।
সমস্ততে কৰি শ্ৰেষ্ঠ কীৰ্ত্তন কৃষ্ণৰ ॥"

( ৰত্নাৱলী, ৬৮৬ )

পুনঃ, "গুচয় অবিদ্যা হৰি কীৰ্ত্তন কৰন্তে।
অনায়াসে হৰে মোহ সংসাৰত হন্তে ॥"

( ৰত্নাৱলী, ৮২২ )

আকৌ, "শ্ৰৱন কীৰ্ত্তন আদি প্ৰধান ভকতি।
তাকেসে কৰিবো মাত্ৰ বিবক্ষা সম্প্ৰতি ॥
শ্ৰৱণ কীৰ্ত্তন ধ্যান অৰ্চ্চন আদৰ।
ইসব ভক্তিৰ ফল শুনা নিৰন্তৰ ॥"

( ৰত্নাৱলী, ৪৬১ )

পুনশ্চ, শ্ৰৱণাদি প্ৰধান ভকতি ভৈল যাৰ।
নৰকাদি যাতনায়ো দুঃখ নোহে তাৰ ॥

( ৰত্নাৱলী, ৪৮০ )

ভজনৰ অৰ্থ উপাসনা বা ভক্তি, পদ-সেৱনৰ অনুৰূপ ॥

[১০০ পৃঃ] ভাগৱতী ভক্তি—ৰত্নাৱলীতো আছে :—

"সেহিমতে ইন্দ্ৰিয়ৰ বৃত্তি নিৰন্তৰে ॥
বিষয়ক এড়িয়া বিষ্ণুত ৰতি কৰে ॥
নকৰে কামনা ভকতিক তেজি আন।
তাকে বুলি ভাগৱতী ভকতি প্ৰধান ॥"

( ৰত্নাৱলী, ৪৮ )

[১০১ পৃঃ] অব্যাভিচাৰিণী ভক্তি—মাধৱদেৱ প্ৰকাশে কৈছে :—

"সেহিমতে বিষয়ত মাত্ৰ যাৰ চিত্ত।
অব্যাভিচাৰিণী ভক্তি কৰে কথঞ্চিত ॥

তথাপি সমস্তে পাপ ভস্ম কৰে তাৰ।
আশ্চৰ্য্য মহিমা দেখা ভক্তিৰ আমাৰ॥
এতেকে উদ্ধৰ মোৰ ভকতি বিনাই।
এবম্বিধ কুশল আনত হন্তে নাই॥
নকৰয় বশ্য মোক কৰ্ম্ম-যোগ জ্ঞানে।
তপ ত্যাগ বেদ-মন্ত্ৰ জাপ্য তীৰ্থ-স্নানে॥
কেৱল ভক্তিসে মোক বশ্য কৰে নৰে।
নাহিকে উত্তম পন্থ ভকতিত পৰে॥"

(বক্তাৱলী, ২২০-২২২)

[১০২ পৃঃ] প্ৰেম ভক্তি—বক্তাৱলীতো এই লক্ষণ পোৱা যায়ঃ—

"কিন্তু মোত ভৈল প্ৰেম ভকতি যাহাৰ।
হৈবেক পৱিত্ৰ যত পুৰুষ তাহাৰ॥
নুহিকে আশ্চৰ্য্য ইটো জানা মহাশয়।
সমস্ত জগত সিটো পৱিত্ৰ কৰয়॥
বাক্য গদ গদ কৰে প্ৰেমৰ ভৰত।
দ্ৰৱে চিত্ত স্মৰি মোৰ মহিমা মনত॥
ভকতৰ বশ্য মই হেনয় আকলি।
পৰম আনন্দে হাসি তোলে খলখলি॥
এতকাল ভৈলো তমু সেৱায়ে বঞ্চিত।
এহি বুলি শোকে অতি কান্দে কদাচিত॥
এৰে পাইলো পাইলো বুলি কতো গাৱে গীত।
পৰম হৰিষে উঠি কতো কৰে নৃত্য॥
এহিমত ভাৱ যাৰ মিলিল প্ৰচুৰ।
গুচে লজ্জা আদি মায়া এড়ি হোৱে দূৰ॥
মুকুতিতো অধিক আনন্দ অতি মিলে।
জগত পৱিত্ৰ হোৱে তাহাঙ্ক দেখিলে॥

হেনয় ভক্তিক এড়ি যিটো নৰাধম।
মোক্ষৰ নিমিত্তে আনমতে কৰে শ্ৰম ।।
নাপাৱে মুকুতি চিত্ত সিদ্ধ নহে তাৰ।
দৃষ্টান্তে সহিতে কহোঁ কাৰণ ইহাৰ ।।
যেন খাৰ আমলে পখালে সুৱৰ্ণক।
নপাৰে গুচাইবে অভ্যন্তৰৰ মলক ।।
খপন্তে খপন্তে বহ্নি ভৈল অন্তৰ্গত।
তবে নিজ বৰ্ণ ধৰে গুচে মল যত ।।
সেহিমতে যাগ যোগ আদি নিৰন্তৰে।
কৰ্ম্ম-মল বাসনাক পৱিত্ৰ নকৰে ।।
শ্ৰৱণ-কীৰ্ত্তনে মোক ভজে যিটো জন।
গুচে কৰ্ম্ম-মল তাৰ শুদ্ধ হোৱে মন ।।
মোৰ ভক্তি বলে দহি লিঙ্গ শৰীৰক।
পাৱে অনায়াসে মোৰ নিজ স্বৰূপক ।।”

(ৰত্নাৱলী, ২২৮-২৩৫)

[১০৪ পৃঃ] **শ্ৰৱণ-কীৰ্ত্তন**—ন বিধ ভক্তিৰ মাজত শ্ৰৱণ কীৰ্ত্তনেই প্ৰধান। উপনিষদতো তেনে দেখা যায়। যেনে—

“উক্ত্বা শ্ৰুত্বা চ মেধাৱী ব্ৰহ্মলোকে মহীয়তে।”

অৰ্থাৎ, কীৰ্ত্তন আৰু শ্ৰৱণ কৰি বিদ্বান পুৰুষে ব্ৰহ্মলোকত (বৈকুণ্ঠত) সৎকাৰ পায় *।

মহাভাগৱততো তেনে—যেনে,

তস্মাৎ সৰ্বাত্মনা ৰাজন্ হৰিঃ সৰ্ব্বত্ৰ সৰ্ব্বদা।
শ্ৰোতব্যঃ কীৰ্ত্তিতব্যশ্চ স্মৰ্ত্তব্যো ভগবান্ নৃণাম্ ॥

(ভাগৱত, ২।২।৩৬)

---

* নচিকেতমুপাখ্যানং মৃত্যুপ্ৰোক্তং সনাতনম্।
উক্ত্বা শ্ৰুত্বা চ মেধাৱী ব্ৰহ্মলোকে মহীয়তে।

(কঠোপনিষদ, ৩।১৬)

অৰ্থাৎ, মঙ্গলাভিচাৰী লোকে সদাই সকলো ঠাইতে, হৰিৰ গুণ শ্ৰৱণ, কীৰ্ত্তন আৰু স্মৰণ কৰিব।

মহাপুৰুষ মাধৱদেৱেও কয় :—

১। "মুকুতিতো কৰি কথা শ্ৰৱণৰ
অধিক সুখ আছয়॥

( ৰত্নাৱলী, ৫৪৫ )

২। "অহঙ্কাৰ থাকন্তেও সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম যাৰ॥"

( নামঘোষা, ৬ )

৩। "কৰ্ণপথে ভকতৰ হিয়াত প্ৰবেশি হৰি
দুৰ্ব্বাসনা হৰে সমস্তয়।
জলৰ যতেক মল যেহেন শৰত কালে
স্বভাৱতে নিৰ্ম্মল কৰয়॥"

( নামঘোষা, ১৫ )

৪। "শ্ৰৱণৰ মহা-সুখ মুকুতিত নাই।
মোক্ষ আদি কৰি সুখ শ্ৰৱণত পাই॥"

( ৰত্নাবলী, ৬১৫ )

৬। "শুনা সভাসদ সব যুগুতি বচন।
হৰি ভকতিৰ আদি জানিবা শ্ৰৱণ॥"

( ৰত্নাৱলী, ৬৬৬ )

৭। "ভোগ্যৰ অমৃতে অতি বঢ়ায়ে সকাম কৰ্ম্ম
কথামৃতে কৰে কৰ্ম্ম-নাশ।
ন চাৱয় অনুষ্ঠান শ্ৰৱণ মাত্ৰকে মহা
মুকুতিকো কৰন্ত প্ৰকাশ॥"

( ৰত্নাৱলী, ৬৭২ )

৮। "গুচয় অবিদ্যা হৰি কীৰ্ত্তন কৰন্তে।
অনায়াসে হোৱে মোক্ষ সংসাৰত হন্তে॥"

( ৰত্নাৱলী, ৮২২ )

[ ১১৫ পৃঃ ] **স্মৰণ**—উপনিষদত আছে—"মনোঽনেন চৈতদুপস্মৰতি" ( কেনোপনিষদ, ৩০।৫ ) অর্থাৎ মনেৰে এনে ব্রহ্মক স্মৰণ কৰে *। আকৌ গীতাত পোৱা যায়—যে যিসকলে ঈশ্বৰৰ ভক্ত হৈ ঈশ্বৰতে সকলো কৰ্ম্ম অৰ্পণ কৰি একান্ত ভক্তিৰে ভগৱন্তক ধ্যান আৰু উপাসনা কৰে পৰমেশ্বৰে তেওঁলোকক সংসাৰৰ পৰা উদ্ধাৰ কৰে †।

[ ১২১ পৃঃ ] **ধ্যান**—কোনো কোনো ধৰ্ম্মপ্ৰচাৰকে স্মৰণকে ধ্যান বুলিছে ( ভট্টদেৱৰ ভক্তি বিবেকৰ দশম পৰিচ্ছেদ দেখা )।

[ ১২৩ পৃঃ ] **ভজন**—পৰমেশ্বৰ সকলো জীৱৰ প্ৰতি সমান। তেওঁৰ শত্ৰু মিত্ৰ কেও নাই। যোনে ভক্তিৰে সৈতে তেওঁৰ ভজনা কৰে তেৱেঁই তেওঁত অৱস্থিত কৰে আৰু তেওঁকে ঈশ্বৰে অনুগ্ৰহ কৰে ‡। বেদত আছে "বিষ্ণোঃ সুমতিং ভজামহে।" ( ঋক্, ১।১৫৬।৩ ) অর্থাৎ বিষ্ণুক প্ৰশংসা বচনেৰে ভজোঁ।

[ ১২৬ পৃঃ ] **অৰ্চ্চন**—যোনে পাত, ফুল, ফল বা পানী—যিহকে ভক্তিৰে সৈতে ভগৱন্তক দান কৰে, ভগৱন্তে শুদ্ধ চিত্তে দিয়া সেই বস্তুকে প্ৰীতিৰে গ্ৰহণ কৰে §। কিন্তু অৰ্চ্চন ভক্তি নিকৃষ্ট।

---

* অথাধ্যাত্মং যদেতদ্গচ্ছতীব চ মনোঽনেন চৈতদুপস্মৰত্যভীক্ষ্ণং সংকল্পঃ॥ ( কেনোপনিষদ, ৩০।৫ )

† যে তু সৰ্ব্বাণি কৰ্ম্মাণি ময়ি সংন্যস্য মৎপৰাঃ।
অনন্যেনৈব যোগেন মাং ধ্যায়ন্ত উপাসতে॥
তেষামহং সমুদ্ধৰ্ত্তা মৃত্যুসংসাৰসাগৰাৎ।
ভৱামি ন চিৰাৎ পাৰ্থ ময্যাবেশিতচেতসাম্॥
( গীতা, ১২।৬-৭ )

‡ সমোঽহং সৰ্ব্বভূতেষু ন মে দ্বেষ্যোঽস্তি ন প্ৰিয়ঃ।
যে ভজন্তি তু মাং ভক্ত্যা ময়ি তে তেষু চাপ্যহম্॥
( গীতা, ৯।২৯ )।

§ পত্ৰং পুষ্পং ফলং তোয়ং যো মে ভক্ত্যা প্ৰযচ্ছতি।
তদহং ভক্ত্যুপহৃতমশ্নামি প্ৰযতাত্মনঃ॥ ( গীতা ৯।২৬ )

[ ১২৭ পৃঃ ] **পাদ-সেৱন**—পাদ-সেৱনক নিষেবনো বোলে। তাৰ অৰ্থ পৰিচৰ্য্যা বা উপাসনা। মহাপুৰুষ মাধৱদেৱে ইয়াক এনেকৈ বৰ্ণাইছে :—

"নিৰূপণ কৰো কৃষ্ণ পদ নিষেৱন।
প্ৰতিমাদি পৰিচৰ্য্যা কৰে যিটো জন॥
সাধাৰণ পদ নিষেৱন নাম তাৰ।
ভগৱন্ত পদ-সেৱা সৰ্ব্ব উপকাৰ॥"

( ৰত্নাৱলী, ৯৫১ )

ইয়াত ভগৱন্তৰ পদ-সেৱাৰ কথা হে বিশেষকৈ কোৱা হৈছে।

[ ১৩০ পৃঃ ] **বন্দনা নমস্কাৰ**—উপনিষদত আছে :—"নমো ব্ৰহ্মণে" ( তৈত্তিৰীয় উঃ, ১।১ ) "তে নম উক্তি বিধেম" ( ঈশোপনিষদ, ১৬ ) ইত্যাদি কথা। গীতাত পোৱা যায় :—

"আখ্যাহি মে কো ভবানুগ্ৰৰূপো
নমোঽস্তু তে দেববৰ প্ৰসীদ।
বিজ্ঞাতুমিচ্ছামি ভবন্তমাদ্যং
ন হি প্ৰজানামি তব প্ৰবৃত্তিম্॥"

( গীতা, ১১।৩১ )

অৰ্থাৎ এই উগ্ৰমূৰ্ত্তিধাৰী তুমি কোন, তাক মোক কোৱা। হে দেৱশ্ৰেষ্ঠ! মই তোমাক নমস্কাৰ কৰিছোঁ; তুমি প্ৰসন্ন হোৱা। আদি পুৰুষ তোমাক জানিবলৈ ইচ্ছা কৰোঁ; কিয়নো তোমাৰ প্ৰবৃত্তি মই নাজানোঁ। আকৌ,—

এতচ্ছ্ৰুত্বা বচনং কেশবস্য
কৃতাঞ্জলিৰ্বেপমানঃ কিৰীটী;
নমস্কৃত্য ভূয় এবাহ কৃষ্ণং
সগদ্গদং ভীতভীতঃ প্ৰণম্য॥

( গীতা, ১১।৩৫ )

অৰ্থাৎ কিৰীটী অৰ্জ্জুন ভগৱন্তৰ এই কথা শুনি কৃতাঞ্জলিপুটে কম্পিত কলেবৰে অতিভীতভৈকে ভীতচিত্তে নমস্কাৰ কৰি প্ৰণাম কৈ গদগদ বাক্যেৰে আকৌ কলে। উপনিষদত আৰু বেদত ইড়ে, হুবামহে আদি শব্দৰ দ্বাৰা স্তুতি কৰা বুজাইছে।

মহাপুৰুষ মাধৱদেৱে বন্দন সম্বন্ধে কৈছে :—

"কৰিয়া যতন অতি কায়বাক্য মনে।
যিয়ে নমস্কাৰ কৰে তোমাৰ চৰণে ॥
তযু অনুগ্ৰহত কৃতাৰ্থ সি সি নৰ
পাৱে সুখে মুকুতিৰ বণ্টা বৈকুণ্ঠৰ ॥"

( ৰত্নাৱলী ১০৯৪-১০৯৫ )

"ভগৱন্ত বন্দনত যিটো প্ৰৱৰ্ত্তিল।
পৰম মঙ্গল তাৰ এতেকে মিলিল ॥"

( ৰত্নাৱলী, ১০৮৯ )

[ ১৪৭ পৃঃ ] দাস—স্বামী-কিঙ্কৰ, চায়েৱ-চাকৰ, নাথ-নাথৱন্ত আদি ভাৱৰ নাম দাস্য-ভাৱ।

মহাপুৰুষ মাধৱদেৱে কৈছে :—

"পৰম কৃতাৰ্থ শ্ৰীকৃষ্ণৰ দাস যত।
কোনে কহিবেক তাৰাসৱৰ মহত্ত্ব ॥"

( ৰত্নাৱলী, ১১০৫ )

"কৰিলে মমতা মাত্ৰ পূৰ্ব্বে পুত্ৰাদিত।
আছিলেক পাৱৰ নিহল বিপৰীত ॥
এবে দাস-দাসী কৰি দিলেক কৃষ্ণত।
ইসৱ উপায়ে গৃহে সাধয় মোক্ষক ॥

( ৰত্নাৱলী, ১১১৩ )

"ইহকালে উপকাৰ দেখাইলো নিশ্চয়।
পৰলোকে ভগৱন্ত স্বৰূপ পাৱয় ॥"

( ৰত্নাৱলী, ১১১৪ )

"অনন্ত শৰণ তযু একান্ত দাসক।
দিয়া তুমি আপোনাৰ নিজ স্বৰূপক ॥"

( ৰত্নাৱলী, ১১১৫ )

[ ১৫২ পৃঃ ] সখিত্ব— সখিত্ব ভাৱ ভক্তিক মহাপুৰুষ শঙ্কৰদেৱে উচ্চ আসন দিয়া নাই। তেখাই দাস্য-ভাৱ ভক্তিকে সাৰ কৰিছিল। সেইকাৰণে তেখাই তেখাৰ ৰচিত শাস্ত্ৰৰ প্ৰতি আধ্যায়ৰ আৰু প্ৰতি গীত আৰু ভটিমাৰ শেষত "কৃষ্ণৰ কিঙ্কৰ" ভণিতা দিছে ব্ৰজৰ গোৱালীয়া লৰা আৰু ব্ৰজৰ পুৰুষ-স্ত্ৰী সকলোৱে লগত শ্ৰীকৃষ্ণৰ সখিত্ব হৈছিল।

সখিত্ব ভাৱত গৰ্ব্ব আছে। গোপীসকলে শ্ৰীকৃষ্ণৰপৰা সখিত্বৰ মহামান পাই গৰ্ব্বিত হৈ তেওঁক অৱজ্ঞা কৰিছিল। সেই দেখি তেওঁ গোপীসকলৰ মাজৰপৰা অন্তৰ্দ্ধান হৈছিল। ফলত গোপীসকলে নিশা জঙ্গলৰ মাজত ভগৱন্তক বিচাৰি কান্দি ফুৰিছিল।

অৰ্জ্জুনৰ লগতো শ্ৰীকৃষ্ণৰ সখ্যভাৱ হৈছিল আৰু পৰস্পৰে সমান ব্যৱহাৰ কৰিছিল। কিন্তু অৰ্জ্জুনৰ গৰ্ব্ব হোৱাত শ্ৰীকৃষ্ণে তেওঁৰ গৰ্ব্ব চূৰ কৰিছিল—বিপ্ৰপুত্ৰক ৰাখিবলৈ অঙ্গীকাৰ কৰাত। পুত্ৰৰ মৃত্যুত ব্ৰাহ্মণে কৈছিল :—

"মই হেন মূৰ্খ দেখিয়োক সৰ্ব্বজনে।
কৰিলো সঙ্কাত নপুংসকৰ বচনে ॥
সবংশে কেশৱে নপাৰিলা ৰাখিবাক।
আৰ কোনে পৰিত্ৰাণ কৰিবে তাহাক ॥
বিধিৰ বিপাকে যিটো দৈবে ভৈলা নাশ।
কিনো মূৰ্খ তই তাক ৰাখিবাক চাস ॥
ধিক ধনঞ্জয় ধিক গাণ্ডীৱ তোমাৰ।
মিছা কাৰ্য্যে কিসক কৰিলি অঙ্গীকাৰ ॥

( কীৰ্ত্তন, ১৫৪২-৪৪ )

শেষত ভগৱন্তই অৰ্জ্জুনক এই অপমানৰপৰা কিছু পৰিমাণে উদ্ধাৰ কৰিছিল বিপ্ৰৰ মৃত-পুত্ৰসবক জীয়াই আনি। মহাপুৰুষ মাধৱদেৱে কৈছে :—

প্ৰাকৃত সহিতে মিত্ৰৰতি ভৈল যাৰ।
অন্যো অন্যে দুইকো দুই চাহে উপকাৰ ॥"

( ৰত্নাৱলী, ১১২৪ )

[ ১৫৫ পৃঃ ] **আত্ম-নিবেদন**—মাধৱদেৱ পুৰুষে লেখিছে ঃ—

"আত্ম-নিবেদন ভক্তি কৰো নিৰূপণ ॥
অৰ্পিলেক দেহ যিটো কৃষ্ণক সাক্ষাত।
হোৱয় কৃতাৰ্থ অতি কৃষ্ণৰ কৃপাত ॥

( ৰত্নাৱলী, ১১৩১ )

ইয়াৰ এটি উদাহৰণো দিছে ঃ—

"যেন গৰু পৰত বিকিলে যিটো জনে।
পোষণ পালন চিন্তা নকৰে সিজনে ॥
সেহিমতে মোত অৰ্পি দেহাদি সমস্ত
ভৈল যিটো জন হৈয়া অচিন্ত মনত ॥
কেৱলে কৰয় চিন্তা ভকতিক মাত্ৰ।
ভৈল সিটো মোৰ ইষ্ট কৰিবাৰ পাত্ৰ ॥
মই তাৰ হিত চিন্তা কৰো অতিশয়।
অপ্ৰয়াসে সিটো সুখে মুকুতি পাৱয় ॥
হৱে যোগ্য মোহোৰ সমান ঐশ্বৰ্য্যক।"

( ৰত্নাৱলী, ১১৩৫-১১৩৭ )

[ ১৫৬ পৃঃ ] **একশৰণ**—ভগৱন্তই গীতাত কৈছে ঃ—

সৰ্ব্ব ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।" ( গীতা, ১৮।৬৬ )

অৰ্থাৎ তুমি সকলো ধৰ্ম্ম পৰিত্যাগ কৰি কেৱল মোত শৰণ লোৱা।

উপনিষদেও কয়—"তং হ দেৱমাত্মবুদ্ধিপ্ৰকাশং মুমুক্ষুৰ্বৈ শৰণমহং প্ৰপদ্যে"—( শ্বেতাশ্বতৰোপনিষদ, ৬।১৮)

অৰ্থাৎ, সেই আত্মবুদ্ধিপ্ৰকাশ ঈশ্বৰত মই সংসাৰসাগৰ পাৰ হবলৈ ইচ্ছা কৰি শৰণ লওঁ

"শৰণৰ" অৰ্থ আশ্ৰয়। মহাপুৰুষ মাধৱদেৱে এই অৰ্থ প্ৰকাশ কৰিছে :--

যেনে, "তীৰ্থ-পদ ভগৱন্ত কৃষ্ণৰ চৰণে।
সৰ্ব্বভাৱে আশ্ৰয় কৰিলে যিটো জনে॥
সিটো সাধুসৱৰ সুলভ সৰ্ব্ব সুখ।
তৰিল অযত্নে ইহ পৰলোক দুখ॥"

(ৰত্নাৱলী, ১১৫১)

আকৌ, "বোলন্ত বিদুৰ শুনা ব্যাসৰ তনয়।
হৰি পদযুগ যিটো কৰিল আশ্ৰয়॥
ঘোৰ সংসাৰৰ তিনি তাপ বিপৰীত।
সিটো সাধু মনুষ্যক নপাৰে বাধিত॥"

(ৰত্নাৱলী, ১১৫৩)

আকৌ, "তুহিসুখ ৰূপ সিটো দুঃখ নেড়াৱয়।
এতেকে তুলিসি মাত্ৰ শৰণ নিশ্চয়॥

(ৰত্নাৱলী, ১১৬৫)

পুনঃ, "কৃষ্ণক এড়িয়া কৰে আশ্ৰয় আনক।
নাহি মূঢ়মতি আৰ তাহাৰ সমান॥"

(ৰত্নাৱলী, ১১৬৬)

আকৌ, "তযু পাদপদ্ম ছায়া-ছত্ৰ বিনে তাৰ।
নাহিকে শৰণ আৰ তাপ এড়াইবাৰ॥"

(ৰত্নাৱলী, ১১৭৪)

পুনঃ, "তুমিসি পৰম আত্মা শৰণ দায়ক।
ব্ৰহ্মাদি দেৱৰো তুমি পৰম নায়ক॥"

(তথা, ১১৭৭)

[১৬২ পৃঃ] **শৰণৰ চাৰি বস্তু**—শৰণত চাৰিবস্তু ভুক্ত আছে, অৰ্থাৎ নামত শৰণ, দেৱত শৰণ, গুৰুত শৰণ আৰু ভকতত শৰণ।

[ ১৬২ পৃঃ ] নাম—বেদতো নাম উচ্চাৰণৰ কথা আছে, যেনে :—

তমু, স্তোতাৰঃ পূৰ্ব্যযথাৱিদ ঋতস্য গৰ্ভং জনুষা পিপৰ্ত্তন।

আস্য জানন্তো নাম চিদ্বিৱক্তন মহস্তে ৱিষ্ণোঃ সুমতিং ভজামহে॥

( ঋক, ১ম, ১৫৬ সূক্ত ৩ মন্ত্র )।

অৰ্থাৎ হে যজ্ঞকাৰী পুৰোহিতসকল! নামেৰে প্ৰশংসা কৰি বিষ্ণুক ভজনা কৰা তেঁৱে সমস্তৰে আদি আৰু মূল। তেঁৱেই যজ্ঞৰূপে প্ৰকাশ হয়।

জৈমিনি মতে ভক্তিত পৰমেশ্বৰৰ নামেই প্ৰধান—"নাম্নেতি জৈমিনি সম্ভৱাৎ।"--( শাণ্ডিল্য সূত্ৰ, ২।২।৬১ )

বহুত নামৰ আৱশ্যক নাই। ঈশ্বৰৰ সন্তুষ্টিৰ বাবে এক নামেই যথেষ্ট--"ঈশ্বৰতুষ্টেৰেকোঽপি ৱলী"—

(শাণ্ডিল্য সূত্ৰ, ২।২।৬৩)

মহাপুৰুষ মাধৱদেৱে গাইছে :—

"যাৰ ৰাম কৃষ্ণ নাম নাৱে ভৱ সিন্ধু ভৰি
পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনই কৃষ্ণক সদা
উপাসা কৰোহোঁ হৃদয়ত॥" —নামঘোষা, ২)।

[ ১৮১ পৃঃ ] দেৱ—এক শৰণ বা নাম ধৰ্ম্মৰ মূল মন্ত্ৰ হৈছে :—

"এক দেৱ, এক সেৱ, এক বিনে নাহি কেৱ।"

সেই এক অব্যক্ত ঈশ্বৰৰ ব্যক্ত ৰূপ শ্ৰীকৃষ্ণই উপাস্য।

বিষ্ণু দেৱতাৰ নাম ঋগ্বেদতো পোৱা যায়॥

( ঋক ১।২২।১৯-২২)

উপনিষদতো আছে ("শন্নো বিষ্ণুৰুৰুক্ৰমঃ" তৈত্তি, ১।১)।

ৰাম, হৰি, মাধৱ, নাৰায়ণ আদি নামো সেই এক ঈশ্বৰৰে।

[ ১৯২ পৃঃ ] গুৰু—আচাৰ্য্যক ঈশ্বৰৰ নিচিনা দেখিব *। প্ৰধান গুৰু ( তিনি জন :—জন্মদাতা পিতৃ আত্মগুৰু; সন্ত বেদজ্ঞ ব্ৰাহ্মণ

* ভাগৱত, ১১।১৭।৩ দেখা।

দ্বিতীয় গুৰু আৰু ভক্তি জ্ঞানদাতা তৃতীয় গুৰু। তৃতীয় বিধ গুৰু ঈশ্বৰ তুল্য। শ্ৰীকৃষ্ণ জগতৰে গুৰু :—

জগতৰে মহাগুৰু কৃষ্ণ ভগৱন্ত।
ব্ৰহ্মাদিও যাৰ পাদ-পদ্মক সেৱন্ত ॥"

(ৰত্নাকৰ, ৭৫৩)

[ ৪ দফা ] মহাত্মা কবীৰে কৈছে :—

"কবীৰ গুৰু গোবিন্দ দ্বৌখাড়ে, কাকে লাগো পায়,
বলিহাৰী গুৰু আপনে, যিনহ গোবিন্দ দেখায়।"

অৰ্থাৎ গুৰু আৰু গোবিন্দ দুয়ো ঠিয় হৈছে, এতিয়া কাৰ চৰণত ধৰোঁ। গুৰুই শ্ৰেষ্ঠ, কিয়নো তেঁৱে গোবিন্দক চিনাই দিছে।

[ ১১৫ পৃঃ ] ভকত, ৮ দফা—মহাভাগৱতত আছে :—

"যস্যাত্মবুদ্ধিঃ কুণপে ত্ৰিধাতুকে
স্বধীঃ কলত্ৰাদিষু ভৌম ইজ্যধীঃ।
যত্তীৰ্থবুদ্ধিঃ সলিলে ন কৰ্হিচি-
জ্জনেষ্বভিজ্ঞেষু স এৱগোখৰঃ ॥"

( ভাগ, ১০।৮৪।১৩ )।

অৰ্থাৎ যাৰ ত্ৰিধাতুক দেহত আত্মবুদ্ধি, ভাৰ্য্যাদিত আত্মীয় বুদ্ধি, প্ৰতিমাত দেৱতাবুদ্ধি আৰু পানীত তীৰ্থ বুদ্ধি আছে, কিন্তু সাধুসৱত তেনে জ্ঞান নকৰে, সি গো-ঘাঁহ বৈ নিয়া গাধৰ তুল্য।

[ ২০১ পৃঃ ] প্ৰাকৃত ভকত—মহাপুৰুষ শঙ্কৰদেৱে প্ৰতিমা-পূজা একেবাৰে নিন্দা কৰা নাই। অতি নিকৃষ্ট ভকতে প্ৰথমতে বিষ্ণু-মূৰ্ত্তি উপাসনা কৰি ভক্তি-মাৰ্গত খোজ লব পাৰে। শেষত ভক্তি-যোগত উন্নতি লাভ কৰিলে শ্ৰেষ্ঠ ভকতো হব পাৰে।

মহাপুৰুষ মাধৱদেৱে কৈছে :—

"প্ৰতিমা স্বৰূপ ভক্ত ৰূপ মাধৱৰ।
দুইকো প্ৰণামে মাথা সি সি শ্ৰেষ্ঠতৰ ॥

ইটো তুই ৰূপক কৃষ্ণৰ যিটো দেখে।
চক্ষু বুলি তাকেসে মহন্তসবে লেখে ॥”

( ৰত্নাৱলী, ৫২৭ )।

ইয়াত ভক্তকে প্ৰতিমাৰ লগত তুলনা কৰা হৈছে। প্ৰতিমা পূজা নিন্দা নকৰিলেও মহাপুৰুষে প্ৰতিমাপূজাৰ ব্যৱস্থা কৰা নাই। কোনো সত্ৰতে মহাপুৰুষে প্ৰতিমা স্থাপন কৰা নাই। বৰদোৱা যদিও মাটিৰ তলত পোৱা বিষ্ণু-মূৰ্ত্তি প্ৰতিষ্ঠা কৰিছিল আন কোনো ঠাইতে তেনে কৰা নাই। বিষ্ণুৰ প্ৰতিমা ভকতক হে সেৱা কৰিব কৈছে।

[ ২০৫ পৃঃ ১২ দঃ ] মহাভাগৱত—উপনিষদে কয় :—

যস্তু সৰ্ব্বানি ভূতান্যাত্মন্যেৱানুপশ্যতি।
সৰ্ব্ব ভূতেষু চাত্মানং ততো ন ৱিজুগুপ্সতে ॥”

( ঈশোপনিষদ, ৬ )

অৰ্থাৎ যিলোকে চৰাচৰ বিশ্বক পৰমেশ্বৰত দেখে, আৰু সকলো ভূতকে সৰ্ব্বসাক্ষী পৰমেশ্বৰত দেখে তেওঁ পাপ আচৰিব নোৱাৰে।

ভাগৱত আৰু ভকতৰ অৰ্থ একে।

[ ২০৬ পৃঃ ] সাধু—মাধৱদেৱ পুৰুষে কৈছে :—

“বিষয়ৰ ভোগক এড়িয়া যিটো জন।
পৰম শ্ৰদ্ধায়ে ভজে কৃষ্ণৰ চৰণ ॥
তাকেসে বুলিয় সাধু লৈয়োক প্ৰমাণ।”

( ৰত্নাৱলী, ১২১-২ )

[ ২১০ পৃঃ ] সাধুসঙ্গ—সাধুসঙ্গই ভগৱন্তক যেনে বশীভূত কৰে যোগ, জ্ঞান, বেদাধ্যয়ন, তপস্যা, দান আদিয়ে তেওঁক তেনে বশ কৰিব নোৱাৰে *। সাধু-সঙ্গ নহলে ভক্তি নহয়। সাধু-সঙ্গ মোক্ষতো অধিক। মহাপুৰুষ মাধৱদেৱেও কয় :—

“পশুপক্ষী বৃক্ষ গৰু গোপিকা প্ৰভৃতি।
সৎসঙ্গ লভিয়া কৰে আমাত পীৰিতি ॥

---

* ভাগৱৎ ১১।১২।১ দেখা।

এতেকে কৃতার্থ হৈয়া পাইলে মোক সুখে।
মহাজ্ঞানীসকলে নপাৱে যাক দুঃখে ॥"

( বত্নাৱলী ২৭৭-৮ )।

আকৌ, "শ্ৰীমন্ত ঈশ্বৰ কৃষ্ণ ভকতৰ গুৰু।
তাহান পৰম কৃপাৰস কল্পতৰু ॥
তাহাৰ উত্তম ফল সৎসঙ্গ প্ৰধান
ভাগৱত শাস্ত্ৰে অভিপ্ৰায এহিমান ॥"

( তথা, ২৯৬১ )

আকৌ, "অল্প মাত্ৰ সাধু সেৱা কৰিলি সাক্ষাত।
এতেকতে মোত দৃঢ় মতি হৈল জাত ॥"

( তথা, ৩০০। কৃষ্ণৰ উক্তি )।

আকৌ, "ভগৱন্ত বাক্য খণ্ড সংহৰি সম্প্ৰতি
স্বৰ্গাদিতো কৰি শ্ৰেষ্ঠ সাধুৰ সঙ্গতি ।"

( বত্নাৱলী, ৩০২ )।

আকৌ, "কৃষ্ণ-পদযুগ মাত্ৰ যাহাৰ আশ্ৰয় ॥
তাৰা সবে মহামুনি পৰম মহন্ত।
সন্নিধি মাত্ৰকে সদ্যে পৱিত্ৰ কৰন্ত ॥"

তথা, ৩০৫ )।

আকৌ, "কৃষ্ণ যশে যাহাৰ শোধিত ভৈল চিত্ত।
তাসম্বাৰ সঙ্গৰ মহিমা বিপৰীত ॥'

( তথা, ৩৭২ )।

পুনশ্চ, "সাধু সমস্তৰ অনুগ্ৰহ ব্যতিৰেক ॥
ভগৱন্ত ঈশ্বৰক জানন দুৰ্লভ।
অন্য কোন সাধনত নাহিকে সুলভ ॥"

( বত্নাৱলী, ৪০০ )।

আকৌ, "সন্তৰ আশ্ৰয় পাইলে সেহিমতে
ত্ৰিতয় কাৰ্য্য সাধয় ।
গুচে কৰ্ম্ম জড় অজ্ঞান আন্ধাৰ
আৰৰ সংসাৰ ভয় ॥

( তথা, ৪৩৮ ) ।

পুনঃ, "সন্ত সূৰ্য্য যাৰ ভৈলন্ত প্ৰকাশ
কি কৈবো ভাগ্য তাহাৰ ।
সগুণ নিৰ্গুণ ভকতি প্ৰকাশে
প্ৰকাশে চক্ষু অপাৰ ।"

( তথা, ৪৪১ ) ।

[ ২১৪ পৃঃ ] চাৰি বস্তু একে—নাম, দেৱ, গুৰু, ভকত - এই চাৰি বস্তুৱে ভগৱন্তক নিৰ্দ্দেশ কৰে ।

[ ২১৪ পৃঃ ] নাম—মাধৱদেৱ পুৰুষেও কয় :—

"আপোন নামৰ সঙ্গ নছাড়ন্ত হৰি ।
যেই নাম যেই হৰি জানা নিষ্ঠ কৰি ॥"

( নামঘোষা, ৫১৪ ) ।

আকৌ, হে প্ৰাণ ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তযু গুণ নাম চাৰ ।"

( নামঘোষা, ৬৩৭ ) । *

[ ২১৪ পৃঃ ] গুৰু—গুৰুক ঈশ্বৰৰ নিচিনা দেখিবা † । সুমঙ্গল জিজ্ঞাসু মানুহৰ পক্ষে শব্দ-ব্ৰহ্মৰ পৰগামী আৰু পৰব্ৰহ্মত নিমগ্ন গুৰুৰ শৰণ লোৱা উচিত ‡ ।

কবীৰ চাহাবে কয়—"গুৰু গোবিন্দ দো এক হ্যায় ।" অৰ্থাৎ, গুৰু

---

* ৰাম ত্বত্তোধিকং নাম যদ্বক্তৈৰ নৰন্তৰেৎ ।
বিনাপি সেতুনিৰ্মাণমপাৰ ভৱসাগৰম ॥—ৰামায়ণ ।

† ভগৱৎ, ১১।১৭।২৩

‡ ভাগৱৎ ১১।৩।২১

আৰু গোবিন্দ একে। আন ঠাইত তেওঁ কৈছে:—"সৎগুৰু নূৰ তমাম" অর্থাৎ সৎগুৰু সকলো ৰকমে জ্যোতির্ম্ময়।

[২১৫ পৃঃ] ভকত—বিষ্ণু আৰু বৈষ্ণৱৰ একো পার্থক্য নাই। মহাপুৰুষ মাধৱদেৱে কৈছে:—

মোহোৰ হৃদয় নিষ্ঠে জানিবা ভকত ॥

ভকতৰো হৃদয় মইসে সাৰে সাৰ।

মই বিনে অনুমাত্র নজানন্ত আৰ ॥

মই ভকতত পৰে নজানোহো আন।

কৰো ৰাত্রি দিনে মাত্র তাসম্বাক ধ্যান ॥"

(ৰত্নাৱলী, ৩৯৮-৯)।

অন্যত্র, "মহন্তে সহিতে অনুমাত্র মোৰ

নাহিকে জানা অন্তৰ।

হেন জানি নৰে মহন্তৰ সঙ্গে

কৰোক মোত ভকতি ॥" (ৰত্নাৱলী, ৪৪২)

[২১৭ পৃঃ] ভাগৱত-ধর্ম্ম বা একশৰণ-ধর্ম্ম—মহা-ভাগৱতত আছে:—

"দেৱৰ্ষিভূতাপ্তনৃণাং পিতৃণাং

ন কিঙ্কৰো নায়মৃণীচ ৰাজন্।

সর্ব্বাত্মনা যঃ শৰণং শৰণ্যং

গতো মুকুন্দং পৰিহৃত্য কর্ত্তুম্ ॥ (ভাগ, ১১।৫।৪১)।

অর্থাৎ, যোনে কর্ম্ম ত্যাগ কৰি কায়-মন-বাক্যে শৰণাগতপালক মুকুন্দৰ চৰণত শৰণ লৈছে, তেওঁ দেৱতা, ঋষি, প্রাণী, কুটুম্ব, মনুষ্য আৰু পিতৃসকলৰ কিঙ্কৰ বা ঋণী নহয়। এইটো একশৰণ ধর্ম্মৰ চিন।

আকৌ, মানুহে যেতিয়া সকলো কর্ম্ম পৰিত্যাগ কৰি মোতে আত্ম-সমর্পণ কৰি মোৰ কর্ম্ম কৰিবলৈ ইচ্ছুক হয়, তেতিয়া নিশ্চয় অমৃতত্ব লাভ কৰি মোৰ লগত এক হবৰ যোগ্য হয় *।

* ভাগৱত, ১১।২৯।৩৪।

মহাপুৰুষ মাধৱদেৱেও কৈছে ঃ—

"তপ জপ যজ্ঞ দান ব্ৰত সদাচাৰ।
ধন জন গৃহ পুত্ৰ ভাৰ্য্যা আপোনাৰ ॥
সমস্তকে শুদ্ধভাৱে অৰ্পিব কৃষ্ণত।
ইহাকে বোলয় মহা ধৰ্ম্ম-ভাগৱত ॥"

( ৰত্নাৱলী, ১৮৪-৮৫ )

[ ২২৩ পৃঃ ] **একশৰণ ৰা নাম ধৰ্ম্মৰ মুল**—গীতা মাহাত্ম্যত আছে ঃ—

"সৰ্ব্বোপনিষদো গাৱো দোগ্ধা গোপাল নন্দনঃ।
পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥

( গীতা মাঃ, ৫ )

অৰ্থাৎ,

সকল উপনিষদে ধেনু দোগ্ধা ভৈল তাৰ নন্দ-সুত
তাৰ বৎস ভৈল কুন্তী-সুত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধি সকলে সন্তোষে পান কৰয় ॥"

( নামঘোষা, ৬৬৭ )

মাধৱদেৱ পুৰুষে আকৌ গাইছে ঃ

"একেখানি মাত্ৰ শাস্ত্ৰনিষ্ঠ দৈৱকীনন্দনে কৈল যাক
দেৱো এক মাত্ৰ দৈৱকী দেৱীৰ সুত।
দৈৱকী পুত্ৰৰ পদ-সেৱা কৰ্ম্মো এক এহিমানে মাত্ৰ
মন্ত্ৰো এক তান নাম মাত্ৰ অদভুত ॥"

( নামঘোষা, ৬৬৪ )

আকৌ,

"ভাৰত পুৰাণ আদি যত প্ৰকাশ কৰয় নানা মত
যত মহাজন সৱৰ সভা মধ্যত।

পৰম আনন্দ ৰসময় কোটি সূৰ্য্য সম প্ৰকাশয়
মহাভাগৱত নোহন্ত যাৰে বেকত ॥”

( নামঘোষা, ৬৮৩ )

[ ২২৭ পৃঃ ] **দেৱ-ধৰ্ম্ম**-- দেৱ-ধৰ্ম্ম ( দেৱ-দেৱীৰ উপাসনা ) মায়াময় তেনে ধৰ্ম্ম এৰি এক ভগৱন্তক ভজাই সংসাৰ তৰণৰ অতি সুগম উপায়। মহাপুৰুষ মাধৱদেৱে কৈছে :—

(১) “তুমিসি পৰম আত্মা শৰণ-দায়ক।
ব্ৰহ্মাদি দেৱৰো পৰম নায়ক ॥

( ৰত্নাৱলী. ১১৭৭ )

২। “কৃষ্ণক এড়িয়া কৰে আশ্ৰয় আনক।
নাহি মূঢ়মতি আৰ তাহাৰ সমান ॥”

( ৰত্নাৱলী, ১১৬৬ )

৩। “স্বভাৱে ঈশ্বৰ কৃষ্ণ দেৱ সৰ্বোত্তম।
নাহি আন ধৰ্ম্ম তান ভকতিক সম ।”

ৰত্নাৱলী, ৯৫০ )

[ ২৩১ পৃঃ ] **বিধি-নিষেধ**—বিধি আৰু নিষেধ এই উভয়েই ঈশ্বৰৰ আজ্ঞা-ৰূপ বেদ আৰু সেই বেদো বিধেয় আৰু নিষিদ্ধ কৰ্ম্মৰ গুণ-দোষ অপেক্ষা কৰে *।

[ ২৩৪ পৃঃ ] **উপদেশ, ২ দফা**—এই উপদেশত দাম্ভিক আৰু শঠত ধৰ্ম্মৰ তত্ত্ব কৰলৈ নিষেধ কৰিছে উপনিষদতো তেনে ; যেনে,

“বেদান্তে পৰমং গুহ্যং পুৰা কল্পে প্ৰচোদিতম্।
নাপ্ৰশান্তায় দাতব্যং নাপুত্ৰায়াশিষ্যায়ৱা পুনঃ।”
“যস্য দেৱে পৰা ভক্তি যথা দেৱে তথা গুৰৌ।
তস্যৈতে কথিতা হ্যৰ্থঃ প্ৰকাশন্তে মহাত্মনঃ ॥

( শ্বেতাশ্বতৰ উঃ, ৬।২২-২৩ )

---

* ভাগৱত, ১১।২১।৩৪ দেখা।

অৰ্থাৎ, অতি প্ৰাচীন কালত বেদান্ত উপনিষদত জ্ঞানীসকলে ঈশ্বৰ সম্বন্ধে যি গুহ্য কথা কৈ গৈছে তাক যাৰ লোভাদি নিবৃত্তি হোৱা নাই তেনে লোকত, অপুত্ৰকত বা যাৰ কোনো শিষ্য হোৱা নাই বা যাক কোনেও গুৰু বোলা নাই বা যোনে কাৰো শিষ্য হোৱা নাই তেনে লোকক নিদিব। কিন্তু যাৰ ঈশ্বৰত পৰম ভক্তি আৰু ঈশ্বৰত যেনে গুৰুতো তেনে ভক্তি আছে—এই উপনিষদত কথা তেনে ভকতৰ হৃদয়ত প্ৰকাশ পায় আৰু হৃদয়ত জ্ঞান উৎপন্ন কৰে।

[ ২৩৯ পৃঃ ] জাতিভেদ—মহাপুৰুষ শঙ্কৰদেৱে ধৰ্ম্ম বিলাওঁতে জাতিভেদ উঠাই দিছিল। সকলো সত্ৰতে জাতি-বৰ্ণ নিৰ্ব্বিশেষে ভকত সকলৰ প্ৰবেশাধিকাৰ আছিল। গাৰো, ভোট, যবনেও তেৰাৰ ধৰ্ম্ম ধৰি আতাৰ শ্ৰেণীলৈ উঠিব পাৰিছিল। যবন চান্দসাঁইও তেৰাৰ নাম-ধৰ্ম্ম গ্ৰহণ কৰি পবিত্ৰ হৈছিল *।

ভাৰতৰ আন আন বৈষ্ণৱ সম্প্ৰদায়েও অস্পৃশ্যতা বৰ্জন কৰা দেখা যায়। দক্ষিণ ভাৰতৰ বিখ্যাত বৈষ্ণৱ শিৰোমণি বাৰজন আল-ৱাৰৰ ভিতৰত নাম-আলৱাৰেই প্ৰধান আছিল। তেওঁ জাতত শূদ্ৰ আছিল। জাতত শূদ্ৰ হলেও তেওঁ নীচ কুলীয়া বুলি কেতিয়াও মনত দুখ কৰা নাছিল। এই বাৰজন সিদ্ধৰ মাজত যোগীবাহ নামে আন এজন আছিল "পাৰেয়া" ( অস্পৃশ্য চণ্ডাল )। সেই দেখি তেওঁ সাধাৰণ ঘাট এৰি নিজে এটি ঘাট কৰি তাতে স্নান কৰিছিল আৰু বিখ্যাত ৰঙ্গনাথ মন্দিৰৰ ওচৰলৈ যাবলৈ সাহ নকৰিছিল। কিন্তু তেওঁ এনে একান্ত ভকত আছিল যে এজন ব্ৰাহ্মণ যোগীয়ো তেওঁক কান্ধত তুলি লৈ গৈ ৰঙ্গনাথৰ মন্দিৰৰ ভিতৰত নমাই দিছিল। শ্ৰীৰামানুজাচাৰ্য্যই এই আলৱাৰসকলৰ ধৰ্ম্মকে শিক্ষা কৰি প্ৰচাৰ কৰিছিল।

[ ২৪২ পৃঃ ] প্ৰাণী-উপকাৰ—প্ৰাণী উপকাৰ এটি মহৎ ধৰ্ম্ম। দধীচি ঋষিয়ে দেৱতাৰ উপাকাৰৰ অৰ্থে নিজৰ প্ৰাণ ত্যাগ কৰিও নিজৰ হাৰ দান কৰিছিল।

* ৰামানন্দ দ্বিজ ৰচিত শঙ্কৰ চৰিত্ৰৰ ১৩৫৫ পদ দেখা।

[ ১৪৩ পৃঃ ] **প্ৰাণী-হিংসা**—মহাপুৰুষৰ প্ৰৱৰ্ত্তিত ধৰ্ম্ম অহিংস। তাত বলি বিধান নাই। মহাত্মা কবীৰে প্ৰাণী হিংসা নিন্দা কৰিছে। যেনে,—

১। সাধো পাঁড়ে নিপুণ কসাঈ
বকৰী মাৰ ভেড়কো ধাৱে, দিলমে দৰদ নাই।

অৰ্থাৎ, হে সাধু! পুৰোহিত বৰ নিপুণ কসাই। ছাগলী মাৰি ভেড়ালৈ দৌৰে, চিত্তত অলপো দয়া নাই।

২। একাদশী নিৰ্জ্জল ৰহে, ভগতা শুনৈ পুৰাণ।
বকৰা মাৰি মাস কৈ ভোজন, ঐ সে চতুৰ সুজান।
অৰে নিপট চণ্ডাল মহাপাপী অপৰাধী।
বিনা দয়া অজ্ঞান কায়া, কাঁহে নহি সাধী।

অৰ্থাৎ, একাদশীত নিৰ্জ্জল উপবাস কৰিছা, ভাগৱত পুৰাণ পঢ়িছা, কিন্তু ছাগলী মাৰি মাৰি মাংস খাইছা হেৰ নিষ্ঠুৰ মহাপাপী অপৰাধী চণ্ডাল! তই দয়াৰ সাধনা নকৰ কেলৈ?

(৩) অপনে সুতকে মুংডন কৰাৱে, চুৰা লগন ন পাৱৈ।
অজয়া কৈ চিংগনা ধৰ মাৰৈ, তানকো দয়া ন আৱৈ॥

অৰ্থাৎ, নিজৰ ল'ৰাৰ মূৰ কামাওঁতে কিমান সাৱধান, যেন ক্ষুৰে নাকাটে। কিন্তু ছাগলী পোৱালীক ধৰি মাৰে, তালৈ অলপো দয়া নাহে।

[ ২৪৯ পৃঃ ] **সত্য**—মহাপুৰুষৰ ধৰ্ম্ম সত্যৰ ওপৰত প্ৰতিষ্ঠিত। সত্যই মানুহক উচ্চ আৰু অসত্যই নীচ কৰে।

[ ২৫৯ পৃঃ ] **সুৰাপান**—মাদকতা বৰ্জ্জন অসমৰ এক শৰণ ধৰ্ম্মৰ মূল-নীতি।

[ ১০১ পৃঃ ] **১নং ফকৰা, "সাত পুৰুষত নাই গাই"**—যেনেকৈ কোনো কালে গাই নৰখা লোকে অজ্ঞতা হেতু কঁৰীয়াৰ পৰিবৰ্ত্তে চালনি লৈ গাই খীৰাবলৈ গৈ গাখীৰ ধৰিব নোৱাৰে, সেইদৰে

কেতিয়াও ভক্তি নথকা লোকে বিষয়ত আসক্ত থাকি ঐকান্তিকতা এৰি ভক্তিত ধৰিলে সি ফলৱতী নহয়।

( শাস্তিজান বন্ধাৰ সময়ত ব্ৰাহ্মণে শাস্তি দিব নোৱাৰাত এই কথা উঠিছিল )। অথবা, গো পদে বেদকো বুজায়। উপৰি সাত জন্মত বেদ নেদেখা আৰু বেদৰ তত্ত্ব বুজি নোপোৱা জীৱে এই জন্মতে গুৰুৰ কৃপা বিনে পৰমাৰ্থ তত্ত্ব জানিব নোৱাৰে।

[ ১৬৪ পৃঃ ] ২নং **ফকৰা, সুকাজত বিকাজ হল**—যেনেকৈ প্ৰহ্লাদ মাকৰ গৰ্ভত থাকোঁতে নাৰদে দিয়া তত্ত্ব-উপদেশ মাকৰ কোনো কামত নাহিল, কিন্তু পুত্ৰ প্ৰহ্লাদে দিব্যজ্ঞান লাভ কৰিলে, সেই দৰে তত্ত্ব-উপদেশ অপাত্ৰক দিলে কোনো ফল নহয়; কিন্তু উপযুক্ত পাত্ৰত পৰিলে তাৰ ফল ধৰে।

[ ২৬৪ পৃঃ ] ৩নং **ফকৰা, এডালি বৃক্ষেই আছে জগতকে জুৰি**—গীতাত আছে ঃ—

ঊৰ্দ্ধমূলমধঃশাখমশ্বত্থং প্ৰাহুৰব্যয়ম্।
ছন্দাংসি যস্য পৰ্ণানি যস্তংবেদ স বেদবিৎ॥"

( গীতা, ১৫।১ )

অৰ্থাৎ এই সংসাৰৰূপ আহঁত গছৰ মূল ওপৰৰ ফালে আৰু শাখা তলৰ ফালে; ই অব্যয় আৰু কৰ্ম্মকাণ্ডৰূপ বেদ ইয়াৰ পাত। যোনে এইটো জানে তেঁৱে বেদবেত্তা।

ফকৰাৰ অৰ্থ এই ঃ—এক পৰম ব্ৰহ্মই জগতক ব্যাপি আছে তাৰ ভৰি সকলোৰে ওপৰত আৰু শাখা-প্ৰশাখা ( জীৱ-জগৎ ) তাৰ তলত আশ্ৰয় লৈ আছে॥

[ ২৬৪ পৃঃ ] ৪নং **ফকৰা, বালিত পাৰলে কণি**—যেনেকৈ কাছই বালিত কণি পাৰি থৈ এৰি আহে আৰু সেই কণিৰ পৰা পোৱালী জগি পিচত আহি পানীত পৰে, কিন্তু মাকৰ লগ নাপায়, সেইদৰে ছুজনা গুৰুৱে উজনি অসমত এক শৰণধৰ্ম্মৰ বীজ সিঁচি

ভটিয়াই আহিল। পিচত আৰু উজনি অসম, তাৰ প্ৰজা আৰু শিষ্যৰ লগত চিনাচিনি নহল।

[ ২৬৫ পৃঃ ] **৫নং ফকৰা, পঢ়ি শুনি নাপায় তৎ**—বহুত মাছত বগলি কণা—কথা সকলোৱে জানে। কাণী বগলীয়ে বহুত মাছ দেখিলে—ইটো ধৰিম নে সিটো ধৰিম কৰোঁতে যায়, মাছ ধৰিব নোৱাৰে। সেই দৰে বহুত শাস্ত্ৰ পঢ়ি বৰ পণ্ডিত হলেও প্ৰকৃত জ্ঞান অৰ্থাৎ শ্ৰদ্ধা ৰতি নহলে ভক্তি নহয়।

[ ২৬৫ পৃঃ ] **৬নং ফকৰা, উলুৰ চৰ্চৰি নদীৰ মোচৰ**—এজনী বুঢ়ীৰ শ্ৰদ্ধাৰে দিয়া সিধা-ভোজনত গুৰুজন সন্তুষ্ট হৈছিল। তাকে দেখি সঙ্গতিপন্নলোক কিছুমানে আৰম্বৰেৰে তেওঁক সিধা-ভোজনি দিলে। তাত তেওঁ সন্তুষ্ট নহল আৰু তাৰ প্ৰশংসাও নকৰিলে।

তাৰে এই ফকৰা :—

উলুত জুই লাগিলে চৰচৰি শব্দ হয়, কিন্তু ছাইত একো নাথাকে। আকৌ, নদীৰ মোচৰত পানীৰ বেগ বেচি যেন দেখি, কিন্তু বাস্তবিকে পানীৰ বেগ সমানেই। সেইদৰে নিষ্কাম ভক্তিত সিদ্ধি লাভ হয়; বাহ্যিক আড়ম্বৰ দেখাই কামনাযুক্ত ভক্তিত সিদ্ধি নহয়।

( তীৰ্থ ভ্ৰমণৰ কথা )

[ ২৬৫ পৃঃ ] **৭নং ফকৰা, বুজাক বুজাৱা ইঙ্গিতে আকাৰে**—চতুৰ লোকে ইঙ্গিত দিলেই কথা বুজে, কিন্তু অবুজনক গাত দুখ পোৱাকৈ বুজনি দিলেহে বুজি পায়।

মাধৱদেৱ পুৰুষে পিতৃভূমি বাণ্ডুকালৈ যাওঁতে বাটত কাকত-কূটাত মহাপুৰুষ শঙ্কৰদেৱক লগ ধৰি তেওঁৰ অভিপ্ৰায় ব্যক্ত কৰিছিল। তেতিয়া শঙ্কৰদেৱে তেওঁক কৈছিল যে তেওঁৰ অভিপ্ৰায় ফলৱতী নহব। তথাপি তেওঁ বাণ্ডুকালৈ গৈছিল। তাত জ্ঞাতি সকলে সাংসাৰিক বহুত কথা শুধিছিল, কিন্তু ধৰ্ম্মৰ বিষয়ে একোবাৰ কথাও নুলিয়ালে। তেওঁ মনত দুঃখ পাই ফিৰি আহোঁতে মহাপুৰুষে এই ফকৰা মাতিছিল।

[ ২৬৫ পৃঃ ] **৮নং ফকৰা, এক ধানৰ এক চাউল**—যেনেকৈ

একে ধানৰ একে ৰকমৰ চাউল হলেও ৰান্ধনীৰ দোষত ভাত বেলেগ বেলেগ হয়, তেনেকৈ এক পৰম-ব্ৰহ্মৰ সৃষ্টি জীৱ-জগৎ প্ৰকৃত জ্ঞান নথকা গুৰুৰ দোষত জীৱ-জগতৰ জ্ঞানত আউল লাগে অৰ্থাৎ প্ৰকৃত জ্ঞান নহয়।

[ ২৬৫ পৃঃ ] ৯নং ফকৰা, **নামক নামে ভজে; নামক নামে যজে, নামক নামে কৰে সেৱ**—ঈশ্বৰৰ নাম ঈশ্বৰৰ অংশী ভকতে ভজে, যজে আৰু সেৱা কৰে। নিজ অৰ্থাৎ ঈশ্বৰৰ নাম লৈয়েই জীৱ মুক্তি পায়। এই তত্ত্ব সকলোৱে নাজানে।

[ ২৬৫ পৃঃ ] ১নং ফকৰা, **সাগৰে নাগৰ, নাগৰে সাগৰ, সাগৰক গিলিছে মাছে**—আচৰিত হলেও সঁচা যে, দ সাগৰো ওখ ভুমি হৈ নগৰত পৰিণত হয় আৰু সেইদৰে ওখ ভূমি বা নগৰো সাগৰত তল যায়, যেনে দ্বাৰকা। আকৌ সাগৰত থকা মাছেও সাগৰক গিলি পেলায় যেনে,

"নধৰিল সাগৰে তোমাৰ মৎস্য কায়া।"

এডাল নলেৰে কেতিয়াও এটা ডুলি সাজিব নোৱাৰি। এডাল নলৰ নটা ডুলি কৰাতো তাৰ একখণ্ড বাকী থকাটো ওপৰোক্ত কথাৰ দৰে অতি আচৰিত। কিন্তু আচলতে ইয়াত আচৰিত হবলগীয়া একো নাই, কিয়নো একভক্তিৰ নটা প্ৰকাৰ আছে। সেয়ে কিন্তু যথেষ্ট নহয়। ভক্তিৰ প্ৰধান খণ্ড হৈছে অব্যভিচাৰিণী বা নিষ্কাম অংশ।

—: সমাপ্ত :—

# বাণীৰ পৰিশিষ্ট

১। **বৈষ্ণৱ-ধৰ্ম্ম**—বিষ্ণুৰ ভজনা যি ধৰ্ম্মৰ প্ৰতিপাদ্য সেয়ে বৈষ্ণৱ ধৰ্ম্ম। "বৈষ্ণৱ'ৰ উল্লেখ প্ৰথমে মহাভাৰতত পোৱা যায় :—

"অষ্টাদশ পুৰাণানাং শ্ৰৱণাদ্ যৎফলং ভৱেৎ।
তৎফলং পৰমাপ্নোতি বৈষ্ণৱো নাত্ৰ সংশয়ঃ॥

(মহাভাৰত, ১৮।৬।৯৭)।

"ওঠৰ পুৰাণ শুনিলে যি ফল হয়, বৈষ্ণৱে মহাভাৰত শুনিও সেই ফল পায়, সন্দেহ নাই॥"

বিষ্ণুৰ নাম বেদতো পোৱা যায়। ঋগ্‌বেদ, ১ম, ২২ আৰু ১৫৪ সূক্ত, ৭ম, ৩৯ আৰু ৯৯ সূক্ত আৰু ১০ম, ৬৫ আৰু ১৪১ সূক্ত; অথৰ্ব্ববেদ ১১শ অনুৱাক। ইবিলাকত বিষ্ণুক সূৰ্য্য দেৱতাৰ এক ৰূপ বোলা হৈছে। বিষ্ণু দেৱতা ইন্দ্ৰৰ সমান এজন যোদ্ধা; কিন্তু ইন্দ্ৰতকৈ ডাঙৰ নহয়। ব্ৰাহ্মণ যুগত কেতিয়াবা বিষ্ণুক দেৱতাসকলৰ দুৱৰী—"দেৱানাং দ্বাৰপঃ" (ঐতঃ ব্ৰাঃ ১।৩০) বোলা হৈছে; কৰবাত আকৌ দেৱতাসকলৰ মাজত প্ৰধানো বুলিছে :—

"স দেৱানাং শ্ৰেষ্ঠোঽভৱৎ। তস্মাৎ আহুৰ্বিষ্ণু দেৱানাং শ্ৰেষ্ঠ ইতি।" (শতপথ ব্ৰাঃ, ১৪।১।১৫)। ব্ৰাহ্মণ যুগত বেদ বিহিত যাগ-যজ্ঞৰ আৰু কৰ্ম্মকাণ্ডৰ প্ৰশংসা আৰু অনুষ্ঠান অতি বিস্তৃত হয়। সেই যুগত বৰ্ণাশ্ৰম ধৰ্ম্মৰ বান্ধ বৰ কটকটীয়া হয়। এইবোৰৰ প্ৰভুত্বৰ বিৰুদ্ধে কিছুমান জ্ঞানী ঋষি আৰু ক্ষত্ৰিয় সিদ্ধই থিয় হয়। তেওঁলোকে দেৱ-ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব বিচাৰিবলৈ আৰম্ভ কৰে আৰু তেওঁলোকৰ আলোচনাবোৰ উপনিষদ নামে গ্ৰন্থবোৰত লিপিবদ্ধ হয়।

বৈদিক যুগৰ শেষ ভাগত তেওঁলোকে উপনিষদবোৰত এটা নতুন ধৰ্ম্ম ব্যাখ্যা কৰে। এই ধৰ্ম্ম বৈদিক কৰ্ম্মকাণ্ডৰ বিৰোধী; ই হিন্দুধৰ্ম্মৰ দাৰ্শনিক তত্ত্ববোৰলৈহে দৃষ্টি ৰাখে। এই ধৰ্ম্মৰ কাল প্ৰায় ২,৫০০ বছৰ

হব। দেৱ-দেৱীৰ পূজা নিৰ্ভুল আৰু পৰিপাটিৰূপে কৰি পাৰ্থিব জীৱনৰ সুখ আৰু মৰণান্তত স্বৰ্গসুখ লাভ কৰিবলৈ এই ধৰ্মে ইচ্ছা নকৰে, কেৱল পৰমাত্মাৰ লগত জীৱাত্মা সংযোগ কৰি জীৱক জনম-মৰণৰ দুখৰপৰা মুক্ত কৰিবলৈহে শিক্ষা দিয়ে। . উপনিষদৰ মতে যাগ-যজ্ঞাদি কৰ্ম্ম একেবাৰে অনাৱশ্যক, জ্ঞানহে পৰম পুৰুষাৰ্থ। [ উপনিষদত পৰমাত্মা বা পৰমেশ্বৰেই ব্ৰহ্ম।[১] "ব্ৰহ্ম" শব্দ ঋগ্বেদতো পোৱা যায়। কিন্তু তাত তাৰ অৰ্থ প্ৰাণ, উপাসনা বা প্ৰাৰ্থনা।[২] ব্ৰাহ্মণ গ্ৰন্থত তাৰ অৰ্থ "জগৎ" "বিশ্ব পৱিত্ৰতা"।[৩] উপনিষদত তাৰ অৰ্থ মূল-তত্ত্ব, বিশ্বব্যাপক-পৰমেশ্বৰ।[৪] ] কঠোপনিষদত "বিষ্ণু"ক ব্ৰহ্মালৈ তুলিছে। যেনে—

"বিজ্ঞান সাৰথিৰ্যস্তু মনঃ প্ৰগ্ৰহৱান্নৰঃ।
সোঽধ্বনঃ পৰমাপ্নোতি তদ্বিষ্ণোঃ পৰমঃ পদম্॥"

( কঠোপঃ ৩।৯ )।

"যাৰ বিজ্ঞান সাৰথি আৰু মন বশীভূত তেনে লোকে জনম-মৰণৰূপ পথ অতিক্ৰম কৰি সৰ্ব্বোপদ্ৰৱবৰ্জিত শান্ত আনন্দময় ব্ৰহ্মালোক পায়"। ( ইয়াত ব্ৰহ্মাকে বিষ্ণু বুলিছে। )

ভাৰতৰ ধৰ্ম্ম-বুৰঞ্জীত এইদৰে বিষ্ণুৰ ক্ৰমবিকাশ ঘটিছে।

২। **ভাগৱত ধৰ্ম্ম** বাণীত ভাগৱত ধৰ্ম্ম কাক বোলে তাৰ ইঙ্গিত দিয়া হৈছে। এই ধৰ্ম্ম কিয়, কোনে, কেতিয়া প্ৰৱৰ্ত্তন কৰিলে সেই কথা কোৱা উচিত।

এই কথা নিঃসন্দেহে কব পাৰিলে ধৰ্ম্মগুৰু মহাবীৰ আৰু ঈশ্বৰাৱতাৰ গৌতম বুদ্ধৰ প্ৰৱৰ্ত্তিত জৈন আৰু বৌদ্ধ ধৰ্ম্মৰদৰে এই ভাগৱত ধৰ্ম্মও কৰ্ম্মকাণ্ডৰ প্ৰতিক্ৰিয়া স্বৰূপে উদ্ভৱ হল। মহাভাৰতৰ শান্তিপৰ্ব্বৰ নাৰায়ণীয় খণ্ডত এই ধৰ্ম্মৰ কথা আছে। এই ধৰ্ম্মৰ প্ৰথম প্ৰচাৰকে বৈদিক কৰ্ম্মকাণ্ডৰ দেখাদেখিকৈ বিৰুদ্ধাচৰণ নকৰি জন-সাধাৰণৰ গ্ৰহণীয় কেইটিমান মত প্ৰচাৰ কৰে। তাৰে প্ৰথম মত হৈছে—অহিংস ধৰ্ম্ম। ধৰ্ম্মৰ নামত প্ৰাণী-হিংসা কেতিয়াও ঈশ্বৰানুমোদিত ধৰ্ম্ম হব নোৱাৰে। ভূত-দয়া ইয়াৰ প্ৰধান অঙ্গ।

মহাভাৰতৰ মতে ( ১২।২৩৬।২৬ আৰু ১২।২৪৬।১০-১১ ) এই ভাগৱত ধৰ্ম্ম স্বয়ং নাৰায়ণৰপৰা নাৰদ মুনিয়ে পাইছিল। তাৰ আগেয়ে হৰি ( ভাগৱৎ ) গীতাত শ্ৰীকৃষ্ণে অৰ্জ্জুনক কৈছিল—( ১২।২৪৮।৬২৮ )। আন এঠাইত জন্মেজয়ৰ প্ৰশ্নৰ উত্তৰত বৈশাম্পায়নে কৈছিল যে প্ৰথমে স্বয়ং ভগৱন্তই অৰ্জ্জুনৰ আগত এই ধৰ্ম্ম কৈছিল ( গীতাত )। মহাপুৰুষ শঙ্কৰদেৱেও মহাভাগৱতত সেই কথাকে কৈছে। যেনে—

"কহোঁ আৰু ভাগৱত ধৰ্ম্মৰ লক্ষণ।
বিমৰিষি পূৰ্ব্বত আপুনি নাৰায়ণ॥
ঋষি মুখে আন ধৰ্ম্ম কৰায়া বেকত।
কহিলা আপোন মুখে নিজ ধৰ্ম্মমত॥
যাক জানি মহা সুখে মূঢ়জনো তৰে
অজাতি পাতকী যাক জানিলে নিস্তৰে॥
পৰম ভকতে যাক নিতে কৰে ৰতি।
সেহি ভাগৱত ধৰ্ম্ম জানিবা নৃপতি॥

( নিমি নৱসিদ্ধ, ৪৫—৪৭ )

মহাভাৰত আৰু গীতাৰ ৰচনা কাল সঠিক জনা নাযায়। কাৰো কাৰো মতে মহাভাৰতৰ প্ৰথম ৰচনাৰ কাল পূঃ খৃঃ পঞ্চাদশ শতিকা। আন কিছুমান পণ্ডিতৰ মতে তাৰ কাল পূঃ খৃঃ চাৰি শতিকা। কোনো কোনোৱে গীতা ৰচনাৰ কালো পূঃ খৃঃ চাৰি শতাব্দী বুলি কয়। এতেকে "ভাগৱত" ধৰ্ম্মৰ উৎপত্তি কাল পূঃ খৃঃ চাৰি শতিকা বুলি ধৰিব পাৰি। তাত বাদে পুৰণি খোদিত লিপি কেইখনমানৰ পৰা "ভাগৱত" ধৰ্ম্ম প্ৰচলিত থকা কালৰ সঠিক প্ৰমাণ পোৱা যায়। বেচ নগৰত পূঃ খৃঃ দুই শতিকাত উত্তোলিত এডাল পতাকা-দণ্ড পোৱা গৈছে। তাৰ ওপৰত এটা গৰুড়ৰ মূৰ্ত্তি আছে আৰু তাক "বাসুদেৱ" লৈ শ্ৰদ্ধা জনাবলৈ পোতা হৈছিল। এই দণ্ড গ্ৰীচৰ ৰজা ভাগৱৎ এন্টিয়াল্কিদচৰ প্ৰতিনিধি হেলিওদৰচে পুতিছিল।

ইয়াৰ কিছুকাল আগৰ ঘোছন্দিত এখন শিলৰ দেৱালত (প্ৰাচীৰত)

খোদিত লিপিৰপৰা জনা যায় যে, "বাসুদেৱ"ৰ ভায়েক ভগৱৎ সঙ্কৰ্ষণৰ পূজাৰ কাৰণে সেই প্ৰাচীৰ উঠোৱা হৈছিল।

এই দুখন আৰু আন দুই তিনিখন খোদিত লিপিৰপৰা জনা যায় যে ভাগৱতসকল বাসুদেৱ-কৃষ্ণৰ ভকত আছিল আৰু বাসুদেৱ-কৃষ্ণৰপৰা ভাগৱত ধৰ্ম্মৰ উদ্ভৱ হৈছিল। এই লিপিবোৰ খোদিত হোৱাৰ সময়তে বা তাৰ কিছুকাল পিচতে এই ভাগৱত ধৰ্ম্ম উত্তৰ ভাৰতৰপৰা দাক্ষিণাত্যলৈ বিস্তৃত হয়। পাণিনিয়ে ( পূঃ খৃঃ চাৰি-পাঁচ শতিকা ) তেওঁৰ ব্যাকৰণত এই ধৰ্ম্মক "বাসুদেৱ" ধৰ্ম্ম বুলিছে আৰু এই ধৰ্ম্মাৱলম্বী লোকক "বাসুদেৱক" আখ্যা দিছে। এই ভাগৱত ধৰ্ম্মক ভক্তি-ধৰ্ম্ম বুলি নিঃসন্দেহে কব পাৰি। এই খোদিত লিপিবোৰৰপৰা আৰু জনা যায় যে এই ভাগৱত ধৰ্ম্ম খৃষ্ট জন্মৰ অন্ততঃ ২০০ বছৰ আগৰপৰা উত্তৰ ভাৰতত চলিছিল।

(ক) **আলৱাৰ**—দাক্ষিণাত্যত আলৱাৰসকলে প্ৰৱৰ্ত্তোৱা ধৰ্ম্ম পুঃ খৃঃ পহিলা শতাব্দীতে চলিত আছিল। এই ধৰ্ম্মাৱলম্বী লোকসকলক "ভাগৱত" বুলিছিল আৰু তেওঁলোক বাসুদেৱ কৃষ্ণৰ ভকত আছিল। পিচত খৃষ্টীয় দ্বাদশ শতিকাত শ্ৰীৰামানুজ আচাৰ্য্যই এই ধৰ্ম্ম প্ৰচাৰ কৰে। দাক্ষিণাত্যৰ বাৰ জন প্ৰধান আলৱাৰৰ নাম জনা যায়। তামিল আলৱাৰ শব্দৰ অৰ্থ—যিসকলে বাসুদেৱ-কৃষ্ণৰ ভক্তিত ডুবগৈ আছে তেনে সিদ্ধ। আলৱাৰসকলৰ মাজত পুৰুষ-স্ত্ৰী আদি সকলো জাতৰ মানুহ আছিল। বাণীৰ টোকাত ইয়াৰ আভাস দিয়া হৈছে। ওপৰোক্ত বাৰজন আলৱাৰে "তামিল বেদত" বা "বৈষ্ণৱপ্ৰৱন্ধ"ত সংগৃহীত ৪০০০ ( চাৰি হাজাৰ ) গীত ৰচিছিল। তাৰে ১০৭টি গীত অণ্ডাল নামে তিৰোতা আলৱাৰ এগৰাকীৰ ৰচিত *। তেওঁলোকে নাৰায়ণক প্ৰধান উপাস্য দেৱতা বুলি মানে। বেদৰ তত্ত্ববোৰ তেওঁলোকে মান্য কৰে, অৱতাৰৰ মাজত শ্ৰীকৃষ্ণকে পূৰ্ণ অৱতাৰ বুলি নিৰ্দ্দেশ কৰে আৰু তেওঁক

* এই শাস্ত্ৰৰ অপৰ নাম "তামিল বেদ" বা "দ্ৰাবিড় আম্নাৰ।"

সেৱা কৰিবলৈ আৰু তেওঁৰ নাম-কীৰ্ত্তন কৰিবলৈ উপদেশ দিয়ে। আলৱাৰসকলৰ স্থান মহাভাগৱতত এনেদৰে নিৰ্দ্দেশ কৰিছে :—

কৃতাদিষু প্ৰজা ৰাজন্ কলাৱিচ্ছন্তি সংভৱম্।
কলৌ খলু ভৱিষ্যন্তি নাৰায়ণপৰায়ণাঃ ॥
কচিৎ কচিন্মহাৰাজ দ্ৰাবিড়েষু চ ভূৰিশঃ।
তাম্ৰপৰ্ণী নদী যত্ৰ কৃতমালা পয়স্বিনী ॥
কাবেৰী চ মহাপুণ্যা প্ৰতীচী চ মহানদী।
যে পিবন্তি জলং তাসাং মনুজা মনুজেশ্বৰ।
প্ৰায়ো ভক্তা ভগৱতি বাসুদেৱেঽমলাশয়াঃ ॥

( ভাগঃ—১১।৫।৩৮-৪০ )

অৰ্থাৎ "হে ৰাজন্! সত্যাদিৰ লোকসকলে কলিত জন্ম ধৰিবলৈ ইচ্ছা কৰে। হে মহাৰাজ! কলিত কোনো কোনো ঠাইৰ লোকসকল নাৰায়ণ পৰায়ণ হব। য'ত তাম্ৰপৰ্ণী, কৃতমালা, পয়স্বিনী, কাবেৰী, মহাপুণ্যা, প্ৰতীচী আৰু মহানদী প্ৰৱাহিত হয়, সেই দ্ৰাবিড় দেশত বহুত হৰিভক্ত হব। যিসকল লোকে এইবোৰ নদীৰ পানী খায়, তেওঁলোক প্ৰায়ে ভগৱন্ত বাসুদেৱৰ প্ৰতি ভক্তি সম্পন্ন হয় আৰু তেওঁলোকৰ অন্তৰ শুদ্ধ হয়।"

সেইকালত কেৱল উত্তৰ ভাৰত আৰু দাক্ষিণাত্যতহে এই ভাগৱত ধৰ্ম্ম প্ৰচলিত আছিল এনে নহয় কামৰূপ দেশতো চলিছিল। নগাওঁ জিলাৰ বৰগঙ্গাত পোৱা এখন শিলালিপিৰ পৰা জনা যায় যে—খৃষ্টীয় ৫৫৩ -৫৫৪ চনত মহাৰাজাধিৰাজ ভূতি বৰ্ম্মন এজন পৰম ভাগৱত আছিল ("স্বস্তি শ্ৰীপৰম দৈৱত পৰম ভাগৱত মহাৰাজাধিৰাজাশ্বমেধাযজিন্ শ্ৰীভূতিবৰ্ম্মণ্য পাদানাং সং ২০০ ৩০ = ২৩৪")।

এই ভাগৱত ধৰ্ম্মৰ আলোচনা আৰু তত্ত্ব দুখন ধৰ্ম্ম শাস্ত্ৰত পোৱা যায়—ভগৱদ্গীতা আৰু ভাগৱত পুৰাণ। এই দুখন শাস্ত্ৰৰ নামেই প্ৰমাণ কৰে যে ইবিলাকৰ বিষয় বস্তু "ভাগৱত ধৰ্ম্ম"। দুজনা গুৰুৱে

ভাগৱত পুৰাণক মহাভাগৱত বুলিছে। মহাভাগৱতৰ অর্থ বাণীত পোৱা যাব। আলৱাৰসকলৰো এই তুখন প্রধান ধর্ম্ম শাস্ত্র।

(খ) নাম ধর্ম্ম—বাণীত নামধর্ম্মৰ কথা আছে। মহাপুৰুষ শঙ্কৰদেৱে এই ধর্ম্মক "নামধর্ম্ম"ও বুলিছে ঃ—

ঘোষা

কৃষ্ণ সূর্য্য ভৈলন্ত উদিত।
নাম-ধর্ম্ম কৰিল বিদিত ॥

পদ

সত্যযুগে প্রথমত ব্রহ্মা আদি দেৱ যত
হৰিনাম কৰিলা গুপুত।
কিনো দয়াময় হৰি নামক বেকত কৰি
কলিপাপ কৰাইলা লুপুত ॥

... ... ... ... ...

মন্ত্র তন্ত্র যজ্ঞ যত তপ তীর্থ কোটি শত
হৰিনাম অধিক সবাতে।
কিনো ভাগ্য কিনো ভাগ্য হেন হৰিনাম লাগ
পাইলে লোক মুকুত সাক্ষাতে ॥

... ... ... ... ...

পাতক শুকান বন হৰিনাম হুতাশন
ক্ষণেকতে দহি কৰে ছন্ন।
হেন নাম প্রচাৰিলা পাতকীক নিস্তাৰিলা
পৰম কৃপালু নাৰায়ণ ॥
দেৱৰো ঈশ্বৰ হৰি তেন্তে মহা যত্ন কৰি
লৱে এক শৰণ সাক্ষাত।
যাৰ ইচ্ছা মুক্তি পাইবে নলাগে দূৰক যাইবে
আছা হৰি সবাৰ হিয়াত ॥

(কীর্ত্তন ২৩২১—২৩২৪)

আলৱাৰ সকলৰো এই ধৰ্ম্ম।

৩। এক শৰণ ধৰ্ম্ম—গীতাৰ শেষত ভগৱন্ত ধৰ্ম্মই অৰ্জ্জুনক কৈছে ঃ—

সৰ্ব্বান্ ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ॥

(গীতা ১৮।৬৬)

অৰ্থাৎ, সৰ্ব্ব ধৰ্ম্ম এড়ি এক শৰণ সাক্ষাত।
সুদৃঢ় বিশ্বাসে সখি লৈয়োক আমাত॥
নকৰিবা ভয় হেৰা কৰোঁ অঙ্গীকাৰ।
সমস্তে পাপতে মঞি কৰিবো নিস্তাৰ॥

(প্ৰথম, ১৯০—১৯১)

আকৌ, মহাভাগৱতত শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে ঃ—

এতেকে উদ্ধৱ তুমি তেজা বেদ পন্থ।
যিবা জানা শুনা সৱে এড়া আন গ্ৰন্থ॥
একে মোত মাত্ৰ তুমি লৈয়োক শৰণ।
নকৰিবা ভয় মঞি কৰিবো ৰক্ষণ॥

(একাদশ, ১৮৮)

আকৌ, মহাপুৰুষ শঙ্কৰদেৱে মহাভাগৱতত কৈছে ঃ—

"অন্য দেৱী দেৱ নকৰিবা সেৱ
নাখাইবা প্ৰসাদ তাৰ।
মূৰ্ত্তিকো নাচাইবা গৃহো নপশিবা
ভক্তি হৈবে ব্যভিচাৰ॥
একে কৃষ্ণ দেৱ কৰিয়োক সেৱ
ধৰিয়ো তাহান নাম।
কৃষ্ণ দাস হুয়া প্ৰসাদ ভুঞ্জিয়া
হুস্তে কৰা তান কাম॥

(দ্বিতীয়, ১২৪—১২৫)

**এয়ে এক শৰণ ধৰ্ম্ম।**

কোনো কোনো পাশ্চাত্য আৰু ভাৰতীয় পণ্ডিতে কয় যে কৃষ্ণ বসুদেৱ আৰু কৃষ্ণ দৈৱকীৰ পুত্ৰ, সামান্য মানৱ মাথোন। উপনিষদৰ মতে কৃষ্ণ-দৈৱকীপুত্ৰই ঘোৰ আঙ্গিৰস ঋষিৰ শিষ্য স্বৰূপে জ্ঞান-ধৰ্ম্ম শিক্ষা কৰি তাকেই পৃথিবীত প্ৰচাৰ কৰিছিল। এয়ে এই পণ্ডিত-সকলৰ প্ৰধান যুক্তি। এওঁলোকে কয়, ঘোৰ আঙ্গিৰস সূৰ্য্য-উপাসক আছিল; তেওঁৰ শিষ্য কৃষ্ণ দৈৱকী-পুত্ৰও সূৰ্য্য-উপাসক আছিল। ঋগ্বেদৰ বিষ্ণু দেৱতাই সূৰ্য্য। এওঁলোকে ভাবে বেদৰ "বিষ্ণু গোপা"ৰ পৰা ব্ৰজৰ "গোপ (বা গোপাল) কৃষ্ণ" আখ্যান আৰু ঋগ্বেদৰ "বিষ্ণু গোপাই" তেওঁৰ তিনি পদেৰে ব্ৰহ্মাণ্ডক আগুৰা।

"ত্ৰীণি পদা বিচক্ৰমে বিষ্ণুৰ্গোপা অদাভ্যঃ।
অতো ধৰ্ম্মাণি ধাৰয়ন্" ॥ (ঋক্, ১।২২।১৮)

কথাৰ পৰা বামন অৱতাৰ আৰু বামনে তিনি পদেৰে স্বৰ্গ মৰ্ত্ত্য আৰু পাতাল দখল কৰা আখ্যান ওলাইছে। কিন্তু এইবোৰ মিছা সাধু কথাহে। এওঁলোকৰ আৰু এটি যুক্তি এই যে, বৌদ্ধ ঘটজাতকত "বাসুদেৱক" এজন ক্ষত্ৰিয় কুমাৰ, সামান্য মানুহ বুলিছে। ঘটজাতকত বাসুদেৱৰ অপৰ নাম কণ্হ (কানাই বা কৃষ্ণ)। গ্ৰিয়াৰ্চন, গাৰ্ব্বে, ভন্ শ্ৰোদাৰ, ডাক্তৰ ভাণ্ডাৰ্কাৰ আদি পণ্ডিত এই মতৰ পক্ষপাতী।

আনপক্ষে মেক্সমুলাৰ, বাৰ্থ, কেইথ্, মেকডনেল আদি পণ্ডিতে এই মত স্বীকাৰ নকৰে। তেওঁলোকে কয় উপনিষদৰ "কৃষ্ণ-দেৱকীপুত্ৰ" আৰু মহাভাৰতৰ "কৃষ্ণ-বাসুদেৱ" একে নহয়; প্ৰথম জন মানুহ, দ্বিতীয় জন দেৱতা। যিসকলে উভয়কে একে বুলি কয়, তেওঁলোকে কৃষ্ণ দেৱতাক দেৱত্বৰপৰা নমাই আনি সামান্য মানুহ কৰিবলৈ চেষ্টা কৰিছে মাথোন। শ্ৰীকৃষ্ণক মনুষ্য কৰিবলৈ ওপৰোক্ত পণ্ডিতসকলেই চেষ্টা কৰা নাই, গীতাৰ সময়তো তেনে চেষ্টা হৈছিল। আমি পাওঁ :—

"অৱজানন্তি মাং মূঢ়া মানুষীং তনুমাশ্ৰিতম্।
পৰং ভাৱমজানন্তো মম ভূত মহেশ্বৰম্" ॥

(গীতা, ৯।১১)

অৰ্থাৎ, "অবিবেকী মানুহবোৰে মোৰ সৰ্ব্বভূত মহেশ্বৰ স্বৰূপ পৰমাৰ্থ তত্ত্ব নাজানি মোৰ মনুষ্য মূৰ্ত্তিক অৱজ্ঞা কৰে"।

এই বিষয়ে দুই এটি কথা উল্লেখযোগ্য :—

উপনিষদমতে কৃষ্ণ-দেৱকী পুত্ৰই ঘোৰ অঙ্গিৰসৰপৰা কেৱল—"তপোদানমাৰ্জ্জৱং অহিংসা সত্যবচনম্" ( ছান্দ, ৩।১৭।৪, অৰ্থাৎ তপ, দান, সৰলতা, অহিংসা আৰু সত্যবচন ) শিকিছিল। কিন্তু কৃষ্ণ-বাসুদেৱে কেৱল এই কেইটা নহয়, আৰু বহুত নীতি-ধৰ্ম্ম প্ৰচাৰ কৰিছিল যেনে—

"অভয়ং সত্ত্বসংশুদ্ধিৰ্জ্ঞানযোগব্যবস্থিতিঃ।
দানং দমশ্চ যজ্ঞশ্চ স্বাধ্যায়স্তপ আৰ্জ্জৱম্॥
অহিংসা সত্যমক্ৰোধস্ত্যাগঃ শান্তিৰপৈশুনম্।
দয়া ভূতেষলোলুপ্ত্বং মাৰ্দ্দৱং হ্ৰীৰচাপলম্"॥

( গীতা, ১৬।১২ )

অৰ্থাৎ "অভয়, সত্ত্বসংশুদ্ধি জ্ঞান, আৰু যোগত স্থিতি, দান, দম, যজ্ঞ, স্বাধ্যায়, তপ আৰু আৰ্জ্জৱ ( সৰলতা ), অহিংসা, সত্য, অক্ৰোধ, ত্যাগ, শান্তি, অপৈশুন্য, ভূতদয়া, অলোলুপতা মৃদুতা, লজ্জা, আৰু অচপলতা ( এইবোৰ দৈৱী সম্পদ )। অভয়, অহিংসা আদি নীতি নাস্তিক বৌদ্ধ ধৰ্ম্মৰ প্ৰধান অঙ্গ। গৌতম বুদ্ধই এনে নীতি নিশ্চয় ঘোৰ আঙ্গিৰসৰপৰা শিকা নাছিল।

দেৱকী পুত্ৰৰ নাম দেখিয়ে তেওঁক কৃষ্ণ-বাসুদেৱ বুলিব নোৱাৰি। কিমান দেৱকী নামে তিৰোতা আছিল বা থাকিব পাৰে, তাক কোনে জানে ? তত্ত্বদৰ্শী কেবাজন কৃষ্ণৰ নাম শাস্ত্ৰত পোৱা যায় যেনে, বিশ্বকায়ৰ পিতা কৃষ্ণ ( ঋক্, ১।১১৬।২৩, ১।১১৭।৭ ), কৃষ্ণ আঙ্গিৰস ( কৌশিঃ ব্ৰাহ্মণ ৩০।৯ ), কৃষ্ণত-হাৰিত ( ঐতঃ আৰঃ ৩।২।৬ ), কণ্হ ( কৃষ্ণ ) ( বৌদ্ধ অম্বথ সূত্ৰ ) ইত্যাদি। কিন্তু এওঁলোকৰ এজনো কৃষ্ণ-দেৱকী পুত্ৰ নহয় আৰু মহাভাৰতৰ কৃষ্ণ-বাসুদেৱো নহয়। এনে স্থলত কৃষ্ণ-দেৱকী পুত্ৰ আৰু কৃষ্ণ-বাসুদেৱক একে বুলি ধৰিবৰ বিশেষ প্ৰমাণ নাই। নামৰ মাত্ৰ সামঞ্জস্যই দেৱতাক মানুহ কৰিব নোৱাৰে। বাবু হেমচন্দ্ৰ

ৰায়চৌধুৰীয়ে তেওঁৰ বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰাচীন বুৰঞ্জী বিষয়ক কিতাপত ভগৱন্ত কৃষ্ণক কৃষ্ণ দেৱকী পুত্ৰ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে। কিন্তু তেওঁৰ যুক্তি অতি দুৰ্ব্বল আৰু বালকোচিত বুলি বোধ হয়।*

আনপক্ষে কৃষ্ণ-বাসুদেৱ যে স্বয়ং ভগৱান তাক মহাভাৰতেই স্বীকাৰ কৰিছে। নাস্তিক বৌদ্ধ ঘটজাতকে কৃষ্ণক ঈশ্বৰ বুলি স্বীকাৰ কৰিব পাৰেনে? তেনে কৰিবলৈ গলে বৌদ্ধ ধৰ্ম্মৰ স্থান কত? তেনে কৰিলে সেই ধৰ্ম্মৰ ব্যাভিচাৰ ঘটিব। এনেস্থলত ঘটজাতকত কৃষ্ণক এজন ক্ষত্ৰিয় কুমাৰ, সামান্য মানুহ বোলা স্বাভাবিক। ঘটজাতক উপাখ্যানো মহাভাৰত আৰু মহাভাগৱতত বৰ্ণিত কৃষ্ণৰ উপাখ্যানেৰে সৈতে নিমিলে। এতেকে এনে যুক্তিৰ বল একেবাৰে কম।

ভগবদ্গীতাৰ দুই এক ঠাইত সাম্প্ৰদায়িক স্বাৰ্থৰ প্ৰক্ষিপ্ত বাক্য থাকিব পাৰে। কিন্তু আধ্যাত্মিক জ্ঞানৰ এই শাস্ত্ৰখনি মিছা বা আধুনিক এনে কথা কোনেও কব নোৱাৰে। গীতাত বৰ্ণিত বিশ্বৰূপ সামান্য মনুষ্যই দেখুৱা অসম্ভৱ। শ্ৰীকৃষ্ণ চতুৰ্ভুজ (শঙ্খ, চক্ৰ, গদা আৰু পদ্মধাৰী) হৈ জন্মিছিল আৰু বৈকুণ্ঠ প্ৰয়াণৰ সময়তো সেই চতুৰ্ভুজধাৰী শৰীৰে সৈতে বৈকুণ্ঠধামলৈ গৈছিল। এইবোৰ সামান্য মনুষ্যৰ কাম নে? মহাভাগৱতত "কৃষ্ণস্তু ভগৱান্ স্বয়ং" বুলিছে।

অৰ্জ্জুন গীতাত বৰ্ণিত শ্ৰীকৃষ্ণৰ কিৰীটি, গদা আৰু চক্ৰৰ অতি জ্যোতিৰ্ম্ময় ("কিৰীটিনং, গদিনং, চক্ৰিনং তেজোৰাশি সৰ্ব্বতোদীপ্তিমন্তং" তেজোৰাশি দেখি ভয়ত কঁপিছিল। সেই নিমিত্তে অৰ্জ্জুনে তেওঁৰ কিৰীটিযুক্ত আৰু গদা-চক্ৰ হস্তৰ লগত পূৰ্ব্বৰ চতুৰ্ভুজ মূৰ্ত্তি দেখুৱাবলৈ অনুৰোধ কৰিছিল:—

"কিৰীটিনং গদিনং চক্ৰহস্তমিচ্ছামি ত্বাং দ্ৰষ্টুমহং তথৈৱ।
তেনৈব ৰূপেণ চতুৰ্ভুজেন সহস্ৰবাহো ভৱ বিশ্বমূৰ্ত্তে॥"

গীতা, ১১।৪৬)

---

* গীতাভাষ্যৰ উপক্ৰমণিকাত শ্ৰীশঙ্কৰাচাৰ্য্যই লেখিছে—
—'স আদিকৰ্ত্তা নাৰায়ণাখ্যো বিষ্ণু……দেৱক্যাং বাসুদেৱাদংশনে কৃষ্ণ কিল সম্বভুব।'

তেতিয়া শ্ৰীকৃষ্ণই সেই মূৰ্ত্তি দেখুৱালে তেতিয়া অৰ্জ্জুনে কলে—আপোনাৰ এই সৌম্য মানুহৰূপ দেখি মই অব্যাকুলিত চিত্ত আৰু প্ৰকৃতিস্থ হলোঁ। ( গীতা ১১।৫১ )।"

এনে অৱস্থাত শ্ৰীকৃষ্ণক সামান্য মনুষ্য বুলি আশঙ্কা কৰিব পাৰেনে ? মহাপুৰুষ শঙ্কৰদেৱে শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী চতুৰ্ভুজ কৃষ্ণক উপাসনা কৰিছিল আৰু তেওঁৰ ভকতসকলকো তেনে কৰিবলৈ উপদেশ দিছিল। উৰেষা বৰ্ণনাত তেওঁ শ্ৰীকৃষ্ণৰ দুটা ৰূপৰ কথা কৈছে :—

প্ৰথম ৰূপ :—মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ ॥
চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥
নিশ্চল নিৰ্ম্মল সূক্ষ্মৰূপ যিটো স্বামী।
দেৱ নজানন্ত তাঙ্ক কেনে জানো আমি ॥

অপৰ ৰূপ :—অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি।
পীতবস্ত্ৰে শোভে শঙ্খ-চক্ৰ-গদা-ধাৰী ॥
পিন্ধি আছা ৰত্নৰ মুকুট আৰু হাৰ।
হিয়াত শ্ৰীবৎস গলে বনমালা যাৰ ॥
সেহিসে মূৰ্ত্তিক আৰাধন্ত দেৱগণে।
তাকেসে ভকতজনে চিন্তে সৰ্ব্বক্ষণে ॥

( কীৰ্ত্তন, ২১৭৮।২১৮০ )

মহাপুৰুষে এই দ্বিতীয় মূৰ্ত্তিকো ধ্যান কৰিবলৈ উপদেশ দিছে। কীৰ্ত্তনৰ ধ্যান বৰ্ণনত ইয়াৰ বিস্তৃত আলোচনা আছে। প্ৰথমৰূপ মানুহে ধ্যান কৰা অসম্ভৱ।

(ক) অদ্বৈতবাদ—ওপৰত বৰ্ণিত প্ৰথম ৰূপ উপনিষদেও এইদৰে বৰ্ণাইছে :—

"একো দেৱঃ সৰ্ব্বভূতেষু গূঢ়ঃ সৰ্ব্বব্যাপী সৰ্ব্বভূতান্তৰাত্মা"।
কৰ্মাধ্যক্ষঃ সৰ্ব্বভূতাধিৱাসঃসাক্ষী চেতা কেৱলো নিৰ্গুণশ্চ ॥

( শ্বেতাশ্বঃ উঃ ৬।১১ )

অৰ্থাৎ "অদ্বিতীয় পৰমাত্মা ( চৈতন্য ) সৰ্ব্বভূততে গূঢ় ভাৱে অৱস্থিত, তেওঁ সৰ্ব্বব্যাপক আৰু সকলোৰে অন্তৰাত্মা, কৰ্ম্ম প্ৰবাহৰ নিয়ন্তা, সৰ্ব্বভূতৰ আশ্ৰয়, সাক্ষী, চৈতন্যস্বৰূপ, বিশুদ্ধ ( মায়াতীত ) আৰু প্ৰাকৃতিকগুণসম্বন্ধ শূন্য।

গীতাতো ইয়াৰ আভাস আছে যেনে ঃ—

"মত্তঃ পৰতৰং নান্যৎ কিঞ্চিদস্তি ধনঞ্জয়।
ময়ি সৰ্ব্বমিদং প্ৰোক্তং সূত্ৰে মণিগণা ইব ॥

( গীতা, ৭।৭ )

অৰ্থাৎ, "হে ধনঞ্জয়! মোৰপৰা কোনো পদাৰ্থই পৰমাৰ্থত সত্য বা স্বতন্ত্ৰ নহয়! মণিবোৰ যেনেকৈ সূতাত গথা থাকে, তেনেকৈ সকলো পদাৰ্থই মোক অৱলম্বন কৈ স্থিতি কৰে।"

আকৌ—ময়া ততমিদং সৰ্বং জগদব্যক্তমূৰ্ত্তিনা।
মৎস্থানি সৰ্বভূতানি ন চাহং তেম্বৱস্থিতঃ ॥

( গীতা, ৯।৪ )

অৰ্থাৎ, "অব্যক্তৰূপে মই জগতৰ সকলোতে ব্যাপ্ত হৈ আছোঁ। সকলো ভূতেই মোত স্থিতি কৰিছে; মই সিবোৰত কিন্তু অৱস্থিত নহওঁ।"

ওপৰোক্ত কথাবোৰেই অদ্বৈত জ্ঞান নিৰ্দেশ কৰে। ভগৱন্তৰ স্বৰূপ সত্তাত পৃথক জীৱ ভাৱ নাই। অদ্বৈতজ্ঞানৰপৰাই প্ৰকৃত আত্ম-জ্ঞান হয়। এই জগৎ ৰহস্যত একমাত্ৰ ব্ৰহ্ম-সত্তাই সত্য। তাত দ্বৈত ভাৱৰ স্থান নাই।

আকৌ,—সৰ্ব্ব ভূতস্থমাত্মানং সৰ্বভূতানি চাত্মনি।
ঈক্ষতে যোগ-যুক্তাত্মা সৰ্বত্ৰ সমদৰ্শনঃ ॥

( গীতা, ৬।২৯ )

অৰ্থাৎ যোগীয়ে সৰ্ব্বভূতক আত্মাত দেখে আৰু আত্মাক সৰ্বভূতত দেখে; তেওঁ সকলোতে সমদৰ্শী। এয়ে অদ্বৈতাদৰ নামান্তৰ।

## ৪। কৰ্ম্ম-যোগ, জ্ঞান-যোগ আৰু ভক্তি-যোগ।

গীতাত কৈছে ঃ—

অক্ষৰং ব্ৰহ্ম পৰমং স্বভাৱোঽধ্যাত্মমুচ্যতে।
ভূতভাবোদ্ভৱকৰো বিসৰ্গঃ কৰ্ম্ম সংজ্ঞিতঃ ॥

(গীত, ৮।৩)

অৰ্থাৎ, "যোনে পৰম অক্ষৰ তেঁৱে ব্ৰহ্ম, স্বভাৱেই অধ্যাত্ম আৰু প্ৰাণীসৱৰ উৎপত্তি আৰু বৃদ্ধিকৰ যজ্ঞই কৰ্ম্ম বুলি কথিত হয়।" অৰ্থাৎ ইন্দ্ৰ, অগ্নি আদিৰ উদ্দেশ্যে যাগ-যজ্ঞ, হোম, দানাদি যি অনুষ্ঠিত হয় সেয়ে কৰ্ম্ম। কাম্য কৰ্ম্মৰ বিষয়ে কৈছে ঃ

কামৈস্তৈস্তৈৰ্হৃতজ্ঞানঃ প্ৰপদ্যন্তেঽন্য দেৱতাঃ।
তং তং নিয়মমাস্থায় প্ৰকৃত্যা নিয়তা স্বয়া ॥

(গীতা, ৭।২০)

অৰ্থাৎ, "কামনাৰ দ্বাৰা যিসৱৰ তত্ত্বজ্ঞান নষ্ট হৈছে, সিহঁতে সিহঁতৰ পূৰ্ব্ব পূৰ্ব্ব বাসনানুসাৰে নিয়মাদিৰ আশ্ৰয় লৈ অন্যদেৱতাক উপাসনা কৰে।"

আকৌ, "ঋগাদিবেদবেত্তাসকলে কাম্য যজ্ঞাদিৰ অনুষ্ঠান কৰি মোৰ পূজা কৰি সোমৰস পান কৰি নিষ্পাপা হয় আৰু স্বৰ্গ কামনা কৰে। সেই সকামপুৰুষ সকলে স্বৰ্গলাভ কৰি দিব্য সুখ ভোগ কৰে।"

(গীতা, ৯।২০)

কিন্তু,—"তে তং ভুক্ত্বা স্বৰ্গলোকং বিশালং
ক্ষীণে পুণ্যে মৰ্ত্ত্যলোকং বিশন্তি।
এবং ত্ৰয়ীধৰ্মমনুপ্ৰপন্না
গতাগতং কামকামা লভন্তে ॥"

(গীতা ৯।২১)

অৰ্থাৎ, "পিচত নানা ৰকম স্বৰ্গসুখ ভোগ কৰি পুণ্য ক্ষয় হলে আকৌ মৰ্ত্ত্যভূমিত জন্ম লয়। এনেকৈ স্বৰ্গকামনা কৰি বেদপ্ৰতিপাদ্য

কৰ্ম্মৰ অনুষ্ঠান কৰিলে সংসাৰত বাৰ বাৰ অহা যোৱা কৰিবলগীয়া হয়”। অৰ্থাৎ জন্ম-মৃত্যুৰ হাত সাৰিব নোৱাৰে। আকৌ,—

“যান্তি দেৱব্ৰতা দেৱান্ পিতৃন্ যাতি পিতৃব্ৰতাঃ।
ভূতানি যান্তি ভূতেজ্যা যান্তি মদ্যাজিনোঽপি মাম্ ॥”

( গীতা, ৯।২৫ )

অৰ্থাৎ, দেৱতা পুজোতাসকলে মৰণান্তত দেৱতাক পায়, পিতৃগণৰ পুজোতাসকল পিতৃলোকলৈ যায়, ভূতসৱক পূজাকাৰীসকল ভূতক পায় আৰু মোক ভজনা কৰা লোকে মোক পায়।” এতেকে কৰ্ম্ম-কাণ্ডৰ অনুষ্ঠান ব্যৰ্থ। জ্ঞানৰ কথা তেনে নহয়। গীতাত কৈছে ঃ—

“যজ্ জ্ঞাত্বা ন পুনৰ্মোহমেৱং যাস্যসি পাণ্ডৱ।
যেন ভূতান্যশেষেণ দ্ৰক্ষ্যস্যাত্মন্যথো ময়ি ॥
অপি চেদসি পাপেভ্যঃ সৰ্বেভ্যঃ পাপকৃত্তমঃ।
সৰ্ব্বং জ্ঞান-প্লৱেনৈ বৃজিনং সন্তৰিষ্যসি ॥”

( গীতা, ৪।৩৫-৩৬ )

অৰ্থাৎ, “হে পাণ্ডৱ। যি জ্ঞান পালে তুমি আৰু মোহাভিভূত নহবা আৰু যি জ্ঞানৰ বলত সকলো প্ৰাণীতে নিজ আত্মা আৰু পৰমাত্মা অভিন্ন ৰূপে দেখিবা। যদি তুমি আন পাপীতকৈ বেচি পাপাচাৰীও হোৱা তথাপি সেই পাপসাগৰ এই জ্ঞান-ৰূপ নাৱেৰে অনায়াসে পাৰ হব পাৰিবা।” এতেকে দেখা যায় জ্ঞানৰ দ্বাৰা ঈশ্বৰ লাভ হয়।

কিন্তু শ্ৰুতি আদি আন শাস্ত্ৰত পোৱা যায় যে -

“ন ক্ৰিয়া কৃত্যনপেক্ষাজ্ জ্ঞানৱৎ।”

( শাণ্ডিল্য সূত্ৰ, ১।১।৭ )

“ন কৰ্ম্মণা ন প্ৰজ্ঞয়া ধনেন ত্যাগেনৈকেঽমৃতত্বমানাশু-
ৰিত্যাদি শ্ৰুতিভ্যঃ।” ( তৈত্তিঃ আৰণ্যক )।

অৰ্থাৎ বৈদিক ক্ৰিয়াৰ আৱশ্যক নাই, জ্ঞানো নালাগে, ধন আৰু দানৰো আৱশ্যক নাই; ভক্তিয়ে সাৰ। ভক্তিহীন জ্ঞানে মানৱৰ গতি সাধিব নোৱাৰে। বৰঞ্চ ভক্তিৰপৰাই জ্ঞান হয়। নাস্তিকৰ জ্ঞান

থাকে ; কিন্তু ঈশ্বৰ নামানে, ঈশ্বৰলৈ ভক্তিও নাই, তেনে জ্ঞান ব্যৰ্থ। বেদান্তৰ তত্ত্বও সেই।

ভকতি বিহীন জ্ঞান-কৰ্ম্ম সৱে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ।।

( ভাগঃ, প্ৰথম, ১।৪১ )

কৰ্ম্ম-যোগ, জ্ঞান-যোগ আদিৰ ফল বৰ্ণনা কৰি ভগৱন্ত কৃষ্ণই গীতাৰ শেষ দুই শ্লোকত সকলোতকৈ গুহ্যতম তত্ত্ব প্ৰচাৰ কৰিছে। যেনে,

"মন্মনা ভৱ মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেৱৈষ্যসি সত্যং তে প্ৰতিজানে প্ৰিয়োঽসি মে।।
সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ।।"

( গীতা, ১৮ ৬৫-৬৬ )

অৰ্থাৎ, হে অৰ্জ্জুন। তুমি মদগতচিত্ত আৰু মদ্ভক্ত হোৱা ; মোৰ উদ্দেশ্যে যজ্ঞ কৰা আৰু মোকে নমস্কাৰ কৰা। তেনে হলে তুমি মোক পাবা। এইটো মই সত্য প্ৰতিজ্ঞা কৰিছো ; কিয়নো তুমি মোৰ অত্যন্ত প্ৰিয়।

তুমি সকলো ধৰ্ম্ম পৰিত্যাগ কৰি এক মোতেই শৰণ লোৱা মই তোমাক সকলো পাপৰপৰা মুক্ত কৰিম, শোক নকৰিবা। এয়ে গীতাৰ সাৰ মৰ্ম্ম। এই মতে কৰ্ম্ম আৰু জ্ঞানৰ কোনো আৱশ্যক নাই। ভক্তি আৰু এক শৰণেই মানৱৰ পৰম ধৰ্ম্ম। *

**(ক) স্বৰ্গ-বৈকুণ্ঠ**— ওপৰত দেখুৱা হৈছে যে স্বৰ্গৰপৰা জীৱৰ পুনৰাৱৰ্ত্তন হয় গীতাই আৰু কয়,—"ব্ৰহ্মলোকাদি সকলো লোক নিবাসীসকলৰেই পুনৰাৱৰ্ত্তন হয। কেৱল মোক ( ঈশ্বৰক ) লাভ

---

* গীতা ভাষ্য উপক্ৰমণিকাত শ্ৰীশঙ্কৰাচাৰ্য্যই লেখিছে :—

"তচ্চ সৰ্ব্বকৰ্ম্মসংন্যাস পূৰ্ব্বকাদাত্মজ্ঞাননিষ্ঠা ৰূপাদ্ধৰ্ম্মাদ্ভৱতি।
আকৌ, "জ্ঞানসংন্যাসলক্ষণমিতি চ। ইতাপি চান্ত উক্তমৰ্জ্জুনায়-
সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ —ইতি।"

কৰিলে পুনৰ্জ্জন্ম নহয়। (গীতা, ৮।১৬)।" আৰু, যি সকলে অনন্যচিত্ত হৈ মোক চিন্তা কৰে, তেনে উপাসকসকলে মোক পাই সকলো দুখৰ আলয় স্বৰূপ পুনৰ্জ্জন্ম গ্ৰহণ নকৰে (গীতা, ৮।১৫)" আৰু সেই পৰম অক্ষয় অব্যক্ত সত্তা ৰূপক শ্ৰুতি-স্মৃতিয়ে জীৱৰ পৰম গতি বুলিছে সেই সত্তাৰূপ ভাৱ পালে জীৱৰ পুনৰ্জ্জন্ম নহয়। সেয়ে মোৰ সৰ্ব্বোৎকৃষ্ট ধাম—"গীতা, ৮।২১"।

(খ) নিত্য নৈমিত্তিক কৰ্ম্ম—নিত্যকৰ্ম্ম অৰ্থাৎ সন্ধ্যা, উপসনাদি কৰাত কাৰো কোনো আপত্তি থাকিব নোৱাৰে। নৈমিত্তিক কৰ্ম্মৰ অৰ্থাৎ জাতকৰ্ম্ম, শ্ৰাদ্ধাদিৰ অনুষ্ঠান জ্ঞানী লোকে কৰিলেও বা নকৰিলেও পুণ্যও নহয় প্ৰতিবন্ধকো নহয়। প্ৰয়োজন সিদ্ধিৰ বাবে জ্ঞানীয়ে কাৰো সহায় লব নালাগে (গীতা, ৩।১৮ দেখা)। মহাপুৰুষ মাধৱদেৱেও গাইছে :—

তাৱত কৃষ্ণৰ ভক্ত নৱে ভক্তি অবিৰোধী কৰ্ম্ম কৰে
কৃষ্ণৰ কথাত ৰ্যা যাৱে নোপোজয়।
যেৱে ভৈল কৃষ্ণ কথা ৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সবে তেজয়॥ (নামঘোষা)

একান্ত ভকতে নৈমিত্তিক কৰ্ম্মৰ (শ্ৰাদ্ধাদিৰ) অনুষ্ঠান কৰিবৰ কোনো আৱশ্যক নাই। কিন্তু সৰ্ব্বসাধাৰণৰ পক্ষে এই কথা নাখাটে। এনে স্থলত দুজন গুৰুৱে তেওঁলোকৰ ধৰ্ম্মাৱলম্বী সৰ্বসাধাৰণ মানুহৰ মাজত শ্ৰাদ্ধাদি ক্ৰিয়া ৰাখি গ'ল কিয়? ইয়াৰ কাৰণ এক মাত্ৰ প্ৰচলিত দেশাচাৰ ভিন্ন আন একো নহয়। সেই কালত হিন্দু সমাজত শ্ৰাদ্ধাদি ক্ৰিয়া এটা অপৰিহাৰ্য্য সংস্কাৰ হৈ পৰিছিল। হিন্দু সমাজৰ ভিতৰতে এই দেশাচাৰ উপেক্ষা কৰি এক শৰণ ধৰ্ম্ম প্ৰচাৰ কৰা এক ৰকম অসম্ভৱ আছিল। সেই দেখি লোক-সংগ্ৰহৰ কাৰণে ভক্তিৰ অলপ বিৰোধী হলেও এই আচাৰ ৰাখিবলগীয়া হৈছিল আৰু মহাপুৰুষে তাকে কৰি গৈছে।

আৰু, বৃহত্তৰ হিন্দু সমাজত এই আচাৰ ইমান বদ্ধমূল হৈছিল যে

শ্ৰাদ্ধাদি ক্ৰিয়াৰ বাহিৰত থকা সম্প্ৰদায়সকলক ( যেনে, আৰ্য্য সমাজ, ব্ৰাহ্মণ সম্প্ৰদায় ) হিন্দু বুলি গণ্য নকৰিছিল। তেনে সম্প্ৰদায়ৰ অৱস্থা বৰ্ত্তমানত বৰ বেয়া। মহাপুৰুষে হিন্দু সমাজৰ বাহিৰ হব খুজিছিল।

৫। **জাতি-ভেদ**—মহাপুৰুষ শঙ্কৰদেৱৰ শাস্ত্ৰৰ পৰা জনা যায় যে ভকতৰ জাতি-ভেদ থাকিব নোৱাৰে। যেনে,—

সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে থাকে হৰি-বাণী॥

( কীৰ্ত্তন, ১১২ )

কুকুৰ খায় হেন ম্লেচ্ছগণে।
সিয়ো শুদ্ধ হোৱে হৰি-কীৰ্ত্তনে॥

( কীৰ্ত্তন, ১১৮ )

চণ্ডালো হৰিনাম লোৱে মাত্ৰ।
কৰিবো উচিত যজ্ঞৰ পাত্ৰ॥

( কীৰ্ত্তন, ১১৯ )

আগেয়ে সকলো সত্ৰতে সকলো জাতিৰ ভকতৰ প্ৰবেশাধিকাৰ আছিল। কালক্ৰমে মহাপুৰুষীয়া ধৰ্ম্ম বিৰোধী লোকৰ প্ৰভুত্বত এই অধিকাৰ কিছু পৰিমাণে হ্ৰাস হৈ আহিছে: কিন্তু একেবাৰে লোপ পোৱা নাই। গাৰো, গোট আদি ম্লেচ্ছ, ইমান কি মুচলমানো, এই পবিত্ৰ ধৰ্ম্ম লৈ "আতা" ( পৰম ভাগৱৎ ) ৰ শ্ৰেণীলৈ উঠিছিল। আৰু সকলোৰে মান সৎকাৰ পাইছিল এই উদাৰ নীতি আন দুই এক বৈষ্ণৱ সম্প্ৰদায়ৰ মাজতো কিছু পৰিমাণে চলিছিল বুলি জনা যায়। বাণীৰ টোকাত তাৰ আভাস দিয়া হৈছে। দাক্ষিণাত্যত তিৰুপ্পান আলোৱাৰ চণ্ডাল জাতিৰ লোক হৈয়ো ব্ৰাহ্মণৰ পূজনীয় হৈছিল। আজি-কালি ভাৰত-গুৰু মহাত্মা গান্ধীৰ উপদেশ মতে হৰিজনসকল ভাৰতৰ দেৱ-মন্দিৰবোৰত প্ৰৱেশাধিকাৰ লাভ কৰিব ধৰিছে। অসমত এই অধিকাৰ পাঁচ শ বছৰ আগৰপৰা চলি আহিছে।

জাতি-ভেদ কি? উৎকৃষ্ট জাতিৰ মানুহে অপকৃষ্ট জাতিৰ মানুহৰ

চুলে চুৱা যায়। তেনে মানুহৰ সংস্পৰ্শত উচ্চ বৰ্ণৰ পৱিত্ৰ দেহ অশুচি হয়। দ্বিজাতি কুলত জন্ম ধৰি দেহীয়ে পৱিত্ৰতা লাভ কৰে। সেই নিমিত্তে মানৱ সমাজত দ্বিজাতিয়ে বৰ্ণগত শ্ৰেষ্ঠত্ব লাভ কৰিছে। বৰ্ণ বিভেদৰ নিমিত্তেই ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আদি জাতি-বিভাগ সমাজৰ স্বাভাৱিক বিধান। বৰ্ণৰ শ্ৰেষ্ঠত্ব অনুসাৰে মানুহৰ মাজত জাতি-নিৰ্ণয় হৈছে। এনেকৈ শূদ্ৰতকৈ বৈশ্য শ্ৰেষ্ঠ, বৈশ্যতকৈ ক্ষত্ৰিয় শ্ৰেষ্ঠ আৰু ক্ষত্ৰিয়তকৈ ব্ৰাহ্মণ শ্ৰেষ্ঠ। এই শ্ৰেষ্ঠত্ব মানুহৰ গুণ আৰু কৰ্ম্মৰ দ্বাৰা নিৰ্ণীত হয়। চণ্ডাল, ম্লেচ্ছ আদি জাতি আৰু কৰ্ম্মৰ দোষত পতিত আৰু অস্পৃশ্য। তেনেলোকৰ সংস্পৰ্শত ব্ৰাহ্মণ আদি উচ্চ জাতিৰ অধোগতি হয়। ইত্যাদি কাৰণ দেখুৱাই ব্ৰাহ্মণক সমাজত সৰ্ব্বোচ্চ স্থান দিয়া হৈছে।

কিন্তু প্ৰকৃত পক্ষে পবিত্ৰতা. অপবিত্ৰতা, শুচি, অশুচি আদি সকলো ভাব মানসিক বিকাৰ মাথোন। ভেদাভেদ ভাৱ মায়াৰপৰা উদ্ভূত মহাভ্ৰম ভিন্ন আন একো নহয়। ব্ৰাহ্মণাদি কুলত জন্মিলেও মানুহে শ্ৰেষ্ঠত্ব লাভ কৰিব নোৱাৰে। ই অসম্ভৱ। উচ্চ কুলত জন্মি উৎকৃষ্ট গুণ আৰু কৰ্ম্মাদি দ্বাৰা যি মানুহে নিজৰ উৎকৰ্ষ সাধিব নোৱাৰে সি কেতিয়াও শ্ৰেষ্ঠত্ব লাভ কৰিব নোৱাৰে। গুণেই মানুহক উচ্চ-নীচ কৰে যিলোকে আনক নিজতকৈ নীচ বুলি ভাবে আৰু যোনে নিজক আনতকৈ শ্ৰেষ্ঠ বুলি অহঙ্কাৰ কৰে—তাৰ মহত্ব ক'ত? গৰ্ব্ব সৎগুণৰ পৰিচায়ক নহয়। যি লোক বাস্তৱিকে গুণহীন, সি গৰ্ব্বত নিজৰ মিছা গুণৰহে প্ৰচাৰ কৰে। গুণবান লোক বিনয়ী আৰু গৰ্ব্ব-শূন্য; তেওঁ সজ আচৰণৰদ্বাৰা সকলোৰে মনত সন্তোষ দিয়ে। গুণবানলোকে শত্ৰুৰ প্ৰতিও সদাশয়তা প্ৰকাশ কৰে। অবিনীত মহাপণ্ডিতলোককো গৰ্ব্ব আৰু অহঙ্কাৰৰ বাবে সকলোৱে ঘিণ কৰে। তাৰ বিদ্যাবুদ্ধি নিস্ফল। বিদ্যাৰ পৰাও প্ৰকৃত জ্ঞান নহয়। প্ৰকৃত জ্ঞান নহলে বিদ্যাৰ সাৰ্থকতা নাই। প্ৰকৃত জ্ঞান নাথাকিলে পাণ্ডিত্যাভিমানী লোক অধম ভাৱ লৈ অধম হয়। সমদৰ্শিতাই প্ৰকৃত পাণ্ডিত্য। প্ৰকৃত পণ্ডিতলোক সমদৰ্শী

হয়। তেওঁৰ ভেদ-বুদ্ধি থাকিব নোৱাৰে। সেইহে মহাপুৰুষ শঙ্কৰদেৱে কৈছে :—

ব্ৰাহ্মণৰ চণ্ডালৰ্ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি সমতুল ॥
নীচত সাধত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজান ॥

( কীৰ্ত্তন ১৮২১ )

পণ্ডিতে কাৰো মাজত কোনো ৰকম পাৰ্থক্য নেদেখে : কিয়নো তেওঁ জানে যে আত্মা সকলো ভূততে আছে। সেই মহান্ আত্মাই সকলোৰে একমাত্ৰ আশ্ৰয়।

যিলোক বাস্তবিকে পণ্ডিত আৰু উন্নত তেওঁ তত্ত্বজ্ঞানত আনতকৈ উচ্চ। তত্ত্বজ্ঞানৰ আন এটি নাম আত্ম-জ্ঞান। আত্ম-তত্ত্বজ্ঞ লোকে নিজক সৰ্ব্বভূতত আৰু সৰ্ব্বভূতক নিজৰ হৃদয়ত দেখিবলৈ পায়।* তেনে অৱস্থাত তওঁৰ ভেদ-জ্ঞান থাকিব নোৱাৰে। সেয়েহে মহাপুৰুষে কৈছে--

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম ॥

( কীৰ্ত্তন, ১৮২৩ )

তেনে পণ্ডিতৰ শত্ৰু-মিত্ৰ-জ্ঞান নাথাকে। তেওঁ পৰমাত্মাৰ (ব্ৰহ্মৰ) স্বৰূপ জানিব পাৰি নিজকে ব্ৰহ্মৰপৰা অভিন্ন বুলি উপলব্ধি কৰে।

বৰ্ণ-বিচাৰ জাতিভেদ-সম্ভূত অজ্ঞান মোহৰ কাম। মোহৰপৰাই

---

১। সৰ্ব্বভূতস্থমাত্মানং সৰ্ব্বভূতানি চাত্মনি।
ঈক্ষতে যোগ যুক্তাত্মা সৰ্ব্বত্ৰ সমদৰ্শিনঃ ॥

( গীতা, ৬।২৯ )।

"যোগিয়ে সকলো ভূতত আত্মাক দেখে আৰু আত্মাত সৰ্ব্ব ভূতক দেখে। তেওঁ সকলোতে সমদৰ্শী।"

তিনি গুণৰ ( সত্ত্ব, ৰজ, তম ) উদ্ধৰ হয়। যিলোক নিৰ্গুণ আৰু নিৰ্ব্বিকাৰ তেওঁ সকলোতে সাম্য ভাব দেখে। যোনে সাম্যভাব ধৰিব পাৰে তেনে পণ্ডিতে কেতিয়াও কাকো নীচ বা উন্নত জ্ঞান কৰিব নোৱাৰে ; নিজ আত্মাক পৰৰ আত্মাৰপৰা পৃথক বুলিও ভাবিব নোৱাৰে। যি মানুহে নিকৃষ্ট বৰ্ণক ভিন্ন আত্মা আৰু নীচ জাতি বুলি ঘৃণা কৰে তাৰ সেহটো মহাভ্ৰম ভিন্ন আন একো নহয়। আত্মজ্ঞ লোকে কেতিয়াও কাৰো প্ৰতি বিদ্বেষ বা তুচ্ছ ভাব আচৰণ কৰিব নোৱাৰে। যোনে আনক নীচ বুলি ঘৃণা কৰে তেনে লোকে কেতিয়াও ঈশ্বৰৰ ইচ্ছা আৰু জ্ঞানৰ অৰ্থ বুজি নাপায়।

এতেকে জনা যায় যে ঈশ্বৰৰ সৃষ্টিত জাতি-ভেদ নাই আৰু জ্ঞানী আৰু পণ্ডিতৰ মাজতো সি থাকিব নোৱাৰে।

৬। **অহিংসা**—এই ভাগৱৎ ধৰ্ম্মৰ প্ৰধান নীতি অহিংসা। দেৱ-দেৱীৰ উদ্দেশ্যে পশু-বলি একেবাৰে নিষিদ্ধ। নিজ জীৱন-ধাৰণৰ অৰ্থেও পশু বধ নকৰিব। ইমান কি মহ, ডাঁহ, মাখি, জোক, পোক-পৰুৱাকো গাৰ তেজ খালেও নামাৰিব। বাণীত এই অহিংস ধৰ্ম্মৰ বৰ্ণনা আছে। কিন্তু মহাপুৰুষীয়া সম্প্ৰদায়ে পশু হিংসা নকৰে এনে কথা কব নোৱাৰি। এওঁলোকে মাছ আৰু হৰিণৰ মাংস খায় ; নিজে নামাৰিলেও মাছ আৰু হৰিণ মাৰিবলৈ উৎসাহ দিয়ে। ই হিংসা। এই ধৰ্ম্ম-বিৰুদ্ধ কামৰ কাৰণ বোধকৰো এই :—

অসমবাসীৰ প্ৰধান খাদ্য ভাত আৰু মাছ। মাছ এই দেশত যথেষ্ট পোৱা যায়। বিশেষকৈ যি যি ঠাইত সত্ৰ স্থাপন কৰা হৈছে, সেই ঠাই দ ; তাত মাছ-খৰিৰ অভাৱ নাই। সকলো ঠাইৰ সকলো মানুহে জাতি-অজাতি, ব্ৰাহ্মণ-শূদিৰে মাছ খাইছিল। আন এটি কাৰণে মাছ-মাংস খোৱা কাম অপৰিহাৰ্য্য হৈছিল। তেতিয়া তান্ত্ৰিক ধৰ্ম্মৰ চলতি থকাত পঞ্চমকাৰৰ চলতি আছিল। আন নহলেও পশু বলি বৰ বেচিকৈ চলিছিল আৰু মাছ-মাংস খোৱা এটা প্ৰধান সংস্কাৰ হৈ উঠিছিল। হঠাতে এই সংস্কাৰ ধ্বংস কৰি নতুন ধৰ্ম্ম এটা প্ৰৱৰ্ত্তন আৰু

প্ৰচাৰ কৰা সেই সময়ত অসম্ভৱ আছিল। বোধকৰো ধৰ্ম্ম প্ৰচাৰ-কাৰ্য্যত বহুত অসুবিধা আৰু অন্তৰায় বুলিয়ে মহাপুৰুষে মাছ-মাংসৰ ব্যৱহাৰ নিষেধ নকৰিলে। এই খিনিতে এটি প্ৰবাদলৈ মন কৰা উচিত :—

এসময়ত মাধৱদেৱ পুৰুষে এখন কছাৰী গাওঁলৈ গৈ গাৱঁলীয়াসকলক মদ আৰু গাহৰি খাবলৈ এৰি শুদ্ধ হবলৈ আৰু তাৰ লগে লগে নাম-ধৰ্ম্ম লবলৈ উপদেশ দিছিল। কছাৰীসকলে মদ আৰু গাহৰি খাবলৈ নিষেধ কৰা শুনি খঙত জ্বলি উঠিল আৰু তেওঁক অপমান আৰু অত্যাচাৰ কৰি তাৰপৰা খেদি দিলে। পিচত মহাপুৰুষ শঙ্কৰদেৱে সেই গাৱঁলৈ গৈ গাৱঁলীয়াসকলক সম্বোধন কৰি কবলৈ ধৰিলে "তোমালোকে মদো খোৱা, গাহৰিও খোৱা, কেৱল মুখেৰে এবাৰ হৰি বোলা ; তেনেহলে তোমালোক শুদ্ধ হবা আৰু ঈশ্বৰে তোমালোকক সকলো দুখদুৰ্গতিৰপৰা ৰক্ষা কৰিব।" এই কথা শুনি শ্ৰোতাসকলে কলে—"এই ধৰ্ম্মতো অতি সহজ!" তেনে বুলি কৈ তেওঁলোকে তেতিয়াই মহাপুৰুষত শৰণ লৈ এই ধৰ্ম্মৰ ভকত হল। অসমৰ "শৰণীয়া" আৰু "শৰণীয়া কছাৰী" এই ঘটনাৰ পৰা উদ্ভৱ হৈছে বুলি বহুতে কয়। শেষত ভক্তি হলে মদ-মাংস এনেই এৰিব!

এতেকে ভাবিব পাৰি পূৰ্ব্বৰ সংস্কাৰ একেবাৰে নিৰ্ম্মূল কৰা অসম্ভৱ যেন অনুমান কৰি মহাপুৰুষে মাছ আৰু হৰিণ আদিৰ মাংস খোৱা নিষেধ নকৰিলে।

ঘৰ-পোহা পছু-চৰাই মাৰি খাবলে বৰ সুবিধা, কিয়নো যেতিয়াই লাগে তেতিয়াই তাৰে এটা মাৰি খাবলৈ গৃহস্থৰ সুবিধা হয়। সেই দেখি এই ধৰ্ম্মৰ গুৰুসকলে হাঁহ, পাৰ, ছাগল, গাহৰি আদি পোহা নিষেধ কৰিছে। মহাপুৰুষীয়াসকলে এইবোৰ পশু-পক্ষী নোপোহে আৰু পহিব নোৱাৰে। মাংস খোৱা নিবাৰণৰ এই এটি উপায়। কিন্তু ই সম্পূৰ্ণ নহয়। জঙ্গলত পছু চিকাৰ কৰা কষ্ট সাধ্য আৰু সদায় পোৱাৰো স্থিৰতা নাই। সেই দেখি বনৰীয়া হাঁহ আৰু হৰিণ খোৱাত বাধা নাই।

সম্ভবতঃ লোকসংগ্ৰহৰ বাবে মাছ আৰু বনৰীয়া হাঁহ আৰু হৰিণ খোৱা নিষেধ কৰা নাই। ঘৰ-পোহা হাঁহ, পাৰ আৰু ছাগলী খোৱা নিষিদ্ধ। পশুৰ ভিতৰত গাহৰি, গৰু, মহ আদি আৰু মাছৰ ভিতৰত বহুত জাতিৰ মাছ সকলো হিন্দুৰ অখাদ্য।

পক্ষান্তৰে চোৱা উচিত মাছ-মাংস খোৱাৰপৰা ভক্তিৰ ব্যভিচাৰ হয় নে নহয়। প্ৰহ্লাদ অসুৰ আছিল আৰু নিশ্চয় মদ-মাংস খাইছিল। কিন্তু তথাপি প্ৰহ্লাদ অতি উচ্চ ভকত হব পাৰিছিল। হনুমান কি তেওঁ নিজকে ঈশ্বৰ বুলি ভাবিছিল।

"হৰি বুদ্ধি হোৱে আপোনাক।
কতো কৰে কৃষ্ণৰ চেষ্টাক॥"

কীৰ্ত্তন, ৩২৭

আকৌ, অৰ্জ্জুন ক্ষত্ৰিয় আছিল আৰু বাৰুণী সুৰা আৰু মাংস খাইছিল। অশ্বমেধ যজ্ঞও কৰিছিল। তথাপি ভগৱন্ত কৃষ্ণই গীতাত অতি উচ্চ পৰমাৰ্থ তত্ত্বৰ ভাগৱত ধৰ্ম্ম জানিবৰ অধিকাৰী বুলি ভাবিছিল আৰু কেৱল এই ধৰ্ম্মকে কোৱা নাছিল তেওঁক বিশ্বৰূপো দেখুৱাইছিল। এতেকে মাছ-মাংস খালেই ধৰ্ম্মৰ ব্যভিচাৰ নহয় আৰু ভকতক পথভ্ৰষ্টও কৰিব নোৱাৰে। মহাপুৰুষে মাছ-মাংস নিষেধ নকৰাৰ ইও এটি কাৰণ হব পায়।

আৰু এটি কথালৈ মন কৰা উচিত—

সকলো ভূতৰ অৰ্থাৎ ব্ৰহ্মাদিৰপৰা আৰম্ভ কৰি সামান্য ঘাঁহ একোছালৈ সকলোৰে জনম-মৰণ আছে। আকৌ প্ৰাণীৰ প্ৰাণ আহাৰৰ ওপৰত নিৰ্ভৰ কৰে। গৰুৱে ঘাঁহ আৰু মানুহে অন্নৰ ওপৰত তিষ্ঠে। অন্ন বুলিলে আমি খোৱা ভাত, মাছ, মাংস, শাক-পাচলি আদি বুজায়। কোনোৱে ভাবিব পাৰে যে, মাছ-মাংস আমাৰ আহাৰ নহয়, কিয়নো আমি তাক নাখায়ো থাকিব পাৰোঁ। কিন্তু তেনে ভবা ভুল। মানুহৰ কুকুৰদাঁত আছে। এতেকে মানুহ মাংসাহাৰী। যি প্ৰাণীৰ যি খাদ্য সেই প্ৰাণীয়ে সেই খাদ্য খোৱাত দোষ হব নোৱাৰে। মানুহে

মাছ-মাংস খোৱাত যদি জীৱ হিংসা হয় ভাত আৰু শাক-পাচলি খোৱাতো হব। তেনে অৱস্থাত পুঁই এপাত খালেও আমাৰ দোষ হব, কিয়নো তাৰো প্ৰাণ আছে। যদি কোৱা হয় যে মাছ-মাংস খালে জীৱ-হিংসা কৰা হয় তেনেহলে আমাৰ শৰীৰ ৰক্ষাৰ বাবে আমি অহৰহ কিমান প্ৰাণী-হত্যা কৰিব লাগিছো তাৰ কোনোৱাই হিচাব ৰাখেনে ? আমাৰ জীৱন ধাৰণৰ উদ্দেশ্যে আমি সদাই মাটিৰ ওপৰত খোজ কাঢ়ি ফুৰিব লাগে। নিতৌ তেনে কৰোঁতে আমি কিমান পোক-পৰুৱাক গচকি মাৰিছো তাক কোনোৱাই ভাবি চায়নে ? এনেকৈ প্ৰাণী-হিংসা নকৰিলে আমাৰ জীৱন-যাত্ৰা নিৰ্ব্বাহ নহয়। আমি আমাৰ নিশ্বাস-প্ৰশ্বাসত কোটি কোটি ক্ষুদ্ৰ প্ৰাণীৰ প্ৰাণ সংহাৰ কৰিছোঁ। তেনে জীৱৰ প্ৰাণ ৰক্ষা কৰিবলৈ বিচাৰিলে আমি উশাহ-নিশাহ বন্ধ কৰি মৰিব লাগিব এতেকে জীৱন ধাৰণৰ বাবে আমি প্ৰাণী-বধ কৰিবই লাগিব। কিন্তু সেই বুলি আমি কাম-ক্ৰোধ আদি ৰিপুৰ বশৱৰ্ত্তী হৈ প্ৰতিশোধ লবৰ কাৰণে হিংসাত কোনো প্ৰাণ নাশ কৰিলে নিশ্চয় আমাৰ পাপ হব আৰু তাৰ ফল ভুগিব। সেইদৰে আমাৰ কোনো কামনা পূৰণৰ বাবে দেৱ-দেৱীক সন্তুষ্ট কৰিবলৈ পশু-বলি দিয়াটো মহাপাপ। তেনে কৰি নিজ স্বাৰ্থ-সিদ্ধিৰ বাবে দেৱ-দেৱীক ভেটি দি নিঃসহায় পশু-হত্যা কৰিবৰ আমাৰ কোনো অধিকাৰ নাই। অৱশ্যে খাদ্যৰ বাবে তেনে পশু-বধ তিমান দোষৰ নহব। এতেকে মাছ-মাংস খোৱা সংস্কাৰ জীৱ-হিংসাৰ ভিতৰত ধৰিব নোৱাৰি।

---